# আকৌ অভিশপ্ত চম্বল

মূল ৰচনা :
তৰুণ কুমাৰ ভাদুড়ী
অনুবাদ :
খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা



লয়াৰ্ছ বুক ষ্টল
পানবজাৰ : গুৱাহাটী

AKAU ABHISAPTA CHAMBAL : an account of Chambal Dacoits written by Taroon Coomar Bhaduri and translated and published by Sri Khagendra Narayan Dutta Baruah, Lawyer's Book Stall, Panbazar, Guwahati-1. 2nd Edition, August 1990. Rs. 20·00 only.

॥ প্ৰকাশক ॥
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী : অসম

প্ৰথম প্ৰকাশ
ইং ১৯৮০ চন

দ্বিতীয় প্ৰকাশ
আগষ্ট, ইং ১৯৯০ চন

মূল্য : ২০·০০ টকা

॥ মুদ্ৰক ॥
ৰীণা দত্তবৰুৱা
বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ
আমবাৰী, গুৱাহাটী-৭৮১ ০০১

তৰুণ কুমাৰ ভাদুড়ীৰ অভিশপ্ত চম্বল অসমীয়া পঢ়ুৱৈ সমাজে আদৰি লোৱাৰ উৎসাহতে ভাদুড়ীৰ এই কিতাপখনৰো অনুবাদ আগবঢ়ালো। আশাকৰো পঢ়ুৱৈ সমাজে অভিশপ্ত চম্বলৰ দৰে এই গ্ৰন্থখনিও মৰমেৰে গ্ৰহণ কৰিব।

খঃ নাঃ দঃ বঃ

॥ এক ॥

আজিৰ পৰা প্ৰায় ৪৩ বছৰ আগতে ১৯৩১ চনৰ ৯ ফেব্ৰুৱাৰীৰ মাজ নিশা গোৱালিয়ৰৰ চিন্ধিয়াৰ ৰাজপ্ৰাসাদ জয়-বিলাস পেলেচলৈ এক অদ্ভুত ইংৰাজী ভাষাত পঠোৱা টেলিগ্ৰাম এখন আহিছিল। টেলিগ্ৰামৰ ঠিকনা আছিল হাৰ হাইনেচ ছিনিয়ৰ বেগম অৱ গোৱালিয়ৰ। টেলিগ্ৰামত লিখা আছিল :

"Police of young Sahab badly pressing to our family and abusing them badly the cases done by us and not by our family members. While our head is present why cutting nose, head may be removed, Ghareeb Parwar Sacamat kindly see us with eyes of judgement and send you a CID to our place where we live at Ghariyamiran Tahsil Amba C/O Sunder Singh Zaminder and get our written in which we shall give complete information to your honour and we are not able of your enmity."

এই ইংৰাজী ভাষাৰে লিখা টেলিগ্ৰাম আহিছিল তেতিয়াৰ গোৱালিয়ৰ ৰাজ্যৰ দুৰ্ধৰ্ষ ডকাইত ডোঙ্গৰ আৰু বটৰীৰ পৰা। টেলিগ্ৰামৰ 'ইয়ং চাহেব' আন কোনো নহয়, তেওঁ সেই বিখ্যাত এম. এম. ইয়ং— যিজনক উত্তৰ প্ৰদেশ চৰকাৰে গোৱালিয়ৰ দৰবাৰত ডকাইত দলক নিৰ্মূল কৰিবলৈ পঠাইছিল। ইয়ং চাহেবে ডোঙ্গৰ-বটৰীৰ দলৰ ওপৰত চলাইছিল এক সুনিয়োজিত আৰু কৌশলী অভিযান। ডোঙ্গৰ-বটৰীৰ দল বাৰে বাৰে হোৱা আক্ৰমণত পৰাস্ত হৈছিল।

এই টেলিগ্ৰাম পঠোৱাৰ প্ৰায় ন বছৰ পিছলৈ ডোঙ্গৰ আৰু বটৰী জীয়াই আছিল। এক অপূৰ্ব এনকাউণ্টাৰত ১৯৪০ চনৰ ১০ জানুৱাৰীত

তেওঁলোকৰ দস্যু জীৱনৰ ইতি হয়। গোৱালিয়ৰ ষ্টেট এডমিনিষ্ট্ৰেচনৰ ( ১৯৩৯-৪০ ) ৰিপ'ৰ্টত এই এনকাউন্টাৰৰ উল্লেখ আছে। শেষলৈ ডোঙ্গৰ আৰু তেওঁৰ দলে পুলিচৰ লগত তুমুল যুদ্ধ কৰিছিল। ডোঙ্গৰৰ মৃত্যুৰ পিছত তেওঁৰ ওচৰত বিভলভাৰ আৰু গুলীৰ বাহিৰেও ৬০২৬ টকা পোৱা গৈছিল। আৰু তেওঁৰ সঙ্গী পিয়াৰৰ পৰা ১০৮৮ টকা ৮ অনা ৯ পইচা পোৱা যায়। কিন্তু ৰিপ'ৰ্টত বটৰীৰ কোনো উল্লেখ নাই। এই এনকাউন্টাৰৰ পিছত মহাৰাজ চিন্ধিয়াই পুলিচ আৰু ইনফৰ্মাৰসকলক ১৩,৪০০ টকা বকৃচিছ দিয়ে।

যেতিয়া মহাৰাজ মাধৱ ৰাও চিন্ধিয়া গোৱালিয়ৰৰ গাদীত বহিল, তেওঁ প্ৰথমে চকু দিলে এই ডকাইতি সমস্যাটোলৈ। তেওঁ সকলো জমিদাৰক মাতি আনি সভা পাতিলে। সেই সভা ১৯২০ চনত কৰেৰা গাওঁত হৈছিল। ইয়াৰ পিছত সুপৰিকল্পিতভাৱে ডকাইতৰ বিৰুদ্ধে অভিযান চলোৱা হ'ল। আহিল ইয়ং চাহেব আৰু এইচ জী ওৱাটাৰ ফিল্ড। ডকাইত আৰু ঠগী দমনৰ প্ৰচুৰ অভিজ্ঞতা ওৱাটাৰ ফিল্ড চাহাবৰ আছিল। প্ৰথম অভিযান আৰম্ভ হ'ল দুৰ্ধৰ্ষ ডকাইত তাতিয়া সিং, ফুল সিং, ভিকা সিং, শিয়ামা, ছল্লা, বলবন্তা, ডোঙ্গৰ আৰু বটৰীৰ বিৰুদ্ধে। অভিযানৰ আৰম্ভ হৈছিল ১৯২৯ চনৰ ১৩ মে' তাৰিখে। ইয়াৰ প্ৰায় ২৮ বছৰ পিছত নতুন মধ্যপ্ৰদেশত স্পেচিয়েল এন্টি ডকাইতি অপাৰেচন ১৯৫৭ চনৰ ২১ মে' ভিণ্ড জিলাৰ মহাগাওঁ তহচীলৰ পৰা ( 'অভিশপ্ত চম্বল' দ্ৰষ্টব্য )।

ছমাহ পিছত তাতিয়া আৰু তেওঁৰ দুজন সঙ্গী ধৰা পৰিল। কিন্তু ডোঙ্গৰ আৰু বটৰীক শেষ কৰিবলৈ লাগিছিল আৰু এঘাৰ বছৰ। ডোঙ্গৰ-বটৰীৰ দলৰ পৰিসমাপ্তিৰ লগে লগে ডকাইতি ইতিহাসৰ এক অধ্যায়ৰ শেষ হয়। কিন্তু নতুন আৰু এক অধ্যায় লেখা আৰম্ভ হ'ল উত্তৰ প্ৰদেশৰ সুদূৰ আগ্ৰা জিলাৰ ৰাঠৈৰ গাঁৱত। খেড়া ৰাঠোৰত উদয় হ'ল দস্যু সম্ৰাট মান সিঙৰ।

মান সিং আৰু তাৰ পিছৰ ৰক্তাক্ত ইতিহাস মই বহলভাৱে



'অভিশপ্ত চম্বল'ত লিখিছো। তাৰ পুনৰাবৃত্তি কৰি কোনো লাভ নাই। মান সিং, নবাব সিং, পণ্ডিত ছাবৰাম, তলফীৰাম, ৰূপা, পুতলী, লাখন সিং, কল্লা, সুবেদাৰ সিং, সুলতান সিং, পাহাড়া, হুজুৰী সিং, পানা, বাহত্তুৰা, বাবেলাল, অমৃতলাল, গব্বৰ সিং—সকলোৱে আজি অভিশপ্ত চম্বলৰ অতীত ইতিহাসৰ পাতত হেৰাই গৈছে। ইন্সপেক্টৰ জেনেৰেল মিঃ ৰুস্তমজীৰ মষ্টিক্ৰিষ্ট লিষ্টৰ শেষ নাম ৰঙা পেন্সিলেৰে শেষ কটা হৈ গৈছে। আচগৰী আৰু ৰুক্মিণীও আজি নাই। নাজ্ঞানো ক'ত আছে তাল্লো আৰু চোমচিড়াইয়া। মিঃ ৰুস্তমজী আজি মধ্য প্ৰদেশত নাই। কমাণ্ডাণ্ট কুইনে চাকৰিৰ পৰা অৱসৰ লৈছে।

নৈনীৰ কঠিন কাৰাবাসৰ অন্ধকাৰ চেলত তহচীলদাৰ সিঙে তেওঁৰ শেষ জীৱনৰ দিনবিলাক গণিছিল। দাউ মানসিঙৰ চকুৰ মণি, দুলাৰা-বেটা তহচীলদাৰ সিং। এদিন তেওঁৰ অন্ধকাৰ চেলৰ পৰাই চিঠি লিখিলে সুদূৰ কাশ্মীৰলৈ বাবা বিনোৱা ভাবেলৈ। বাবা আহিল অভিশপ্ত চম্বললৈ ডকাইতহঁতৰ হৃদয় পৰিবৰ্তন কৰিবলৈ। তহচীল-দাৰৰ ফাঁচীৰ হুকুমৰ পৰা যাৱজ্জীৱন কাৰাবাসলৈ পৰিণত কৰিলে। 'বাবা' আহিল অভিশপ্ত চম্বললৈ ; লগত আৰু আহিল সাধু জেনাৰেল যদুনাথ সিং। ১৯৬০ চনৰ মে' মাহৰ মাজ ৰাতি আৰম্ভ হ'ল হৃদয় পৰিবৰ্তনৰ সেই নাটক। মই তাৰ প্ৰত্যক্ষদৰ্শী। লুক্কা, কানহাই, মটৰে আৰু প্ৰায় ১৭।১৮ জন দুৰ্ধৰ্ষ ডকাইত কেইদিনমানৰ ভিতৰতে 'বাবা'ৰ সমুখত আত্মসমৰ্পণ কৰিলে। কৰা নাই ঠাকুৰ লাখন সিঙে। কিন্তু কিছুদিন পিছত তেওঁ আৰু প্লেটুন কামাণ্ডাৰ ৰাম আখতাৰ সিং এক ভয়ানক সমুখ সংগ্ৰামত দুয়োজনে দুয়োজনক শেষ কৰি দিয়ে। সেয়াও পুৰণি ইতিহাস। তাৰ পিছতেই বাবা উভতি গ'ল। সকলোৱে ভাবিছিল এইবাৰ অভিশপ্ত চম্বলত শান্তি উভতি আহিব।

অতীতৰ 'চমনবৰ্তী' হৈছিল চম্বল। সেই সৰ্বনাশা নদীয়ে হাঁহিছিল আৰু গান গাইছিল ভাঙনৰ গান। বৈ গৈ আছিল তেওঁৰ নিজস্ব গতিত 'বেহড়'ৰ মাজেদি।

আৰু কিছুদিন পিছত শুনিবলৈ পোৱা গ'ল কেইটিমান নতুন নাম। 'বাবা'ৰ হৃদয় পৰিবৰ্তনে এওঁলোকৰ কোনো আলোড়ন তোলা নাছিল। মোহৰ সিং, মাধো সিং, নাথু সিং, মাখন সিং, জগমোহন সিং। অভিশপ্ত চম্বলৰ নতুন বিভীষিকা। এওঁলোকৰ আতঙ্কত ভিণ্ড, মোৰেনা, শিবপুৰী, গোৱালিয়ৰ আৰু দাতিয়া সন্ত্রস্ত। 'বাবা' যোৱাৰ সাত বছৰৰ ভিতৰত দেখা গ'ল ১৪৩৬ টা অপহৰণ, ১১৯৯ টা খুন আৰু ২৬৬১ টা ডকাইতি।

এই সময়ৰ ভিতৰতেই পুলিচৰ ৰেকৰ্ডত লেখা হ'ল ডকাইতৰ লগত ৯০০ এনকাউণ্টাৰ, ৮৫৬ জন মৃত্যু, ৩৬২ জন আত্মসমৰ্পণ আৰু ৪৩৮৭ জন গ্রেপ্তাৰ। নতুন নতুন আৰু বহুতো ডকাইতৰ দল ওলাল। ডকাইতসকলে নতুন পথ বিচাৰি উলিয়ালে। খুন জখম বাদ দি তেওঁলোকে অপহৰণ আৰম্ভ কৰিলে। ইয়াত বিপদ কম কিন্তু অৰ্থ বেছি। খুন ডকাইতি কৰি পুলিচ মাতি আনি লাভ কি ? অপহৰণ কৰিলে, যিসকল অপহৃত হৈছে তেওঁলোকৰ আত্মীয়সকলে মনে মনে পইচা দি যায়। পুলিচক তেওঁলোকে খবৰে নিদিয়ে। পুলিচে সুধিলে মোমায়েকৰ ঘৰলৈ যোৱা বুলি কয়।

আকৌ যৱনিকা উঠিছে ১৯৭২ চনত। স্পেচিয়েল এণ্টি ডকাইতি অপাৰেচনৰ প্ৰায় পোন্ধৰ বছৰ পিছত। ভিণ্ড, মোৰেনা, গোৱালিয়ৰ, শিবপুৰী আৰু দাতিয়াৰ পৰা ডকাইতৰ নতুন নতুন অত্যাচাৰ আৰু নৃশংসতাৰ খবৰ। পুলিচৰ কৰ্তাসকল চমকি উঠিছে। ১৯৬১ চনত বদৰী কিৰাৰ জীৱনত মাত্ৰ এবাৰেই গুলী কৰি মাৰিছিল দস্যুৰাজ অমৃতলালক। চৰকাৰৰ পৰা ২২,০০০ টকা পুৰস্কাৰ পাই বেচ ভাল-ভাৱে দিনবোৰ পাৰ হৈ গৈছিল। হঠাতে কি মতিভ্ৰম হ'ল, এদিনাখন মৃত অমৃতলালৰ ঘৰতে ডকাইতি কৰিলে। বদৰী এতিয়া জেলত।

প্ৰায় ৩০ বছৰ আগতে ঠাকুৰ ফেৰণ সিঙে তেওঁৰ ডকাইতি জীৱনৰ পৰা অৱসৰ লৈছিল, কিন্তু তেওঁৰ জীৱনৰ এটা ইচ্ছা অপূৰ্ণ হৈ ৰৈ গৈছিল। তেওঁ পুলিচৰ পৰা ওভোতাই বিচাৰিছিল তেওঁৰ



বাজেয়াপ্ত ৰাইফলটো। তেতিয়া মধ্যপ্রদেশত কংগ্রেছ গৱৰ্ণমেণ্ট নাই। তাৰ সলনি ঠাকুৰ গোবিন্দ নাৰায়ণ সিঙৰ বিধায়ক দলৰ চৰকাৰ। ফেৰণ সিঙে প্ৰচুৰ ৰাজনৈতিক প্ৰভাৱ আনি তেওঁৰ বাজেয়াপ্ত ৰাইফলটো ওভোটাই পাইছিল। তাৰ পিছত তেওঁৰ পুৰণি শত্ৰুক নিৰ্মমভাৱে হত্যা কৰি 'বেহড়'লৈ পলাই গৈছিল।

ঠাকুৰ বিষম সিঙৰ কাহিনী কিন্তু হৃদয়বিদাৰক। ভিণ্ডোৰ ওচৰত উদ্যোতগড় গাওঁ। এই গাওঁতেই থাকে আটাইতকৈ বয়সীয়াল একালৰ দুৰ্ধৰ্ষ ডকাইত পঞ্চম সিং। এতিয়া তেওঁৰ প্ৰায় ১০০ বছৰ। এই গাওঁৰেই বাসিন্দা বিষম সিং। সেয়া বহুদিনৰ আগৰ কথা। বিষম সিঙৰ ঘৈণীয়েকে এদিনাখন আত্মহত্যা কৰে। এনেয়ে তেওঁ আত্মহত্যা কৰা নাছিল। এদিনাখন গাওঁৰ গুণ্ডাই তেওঁক খেতিৰ মাজত অকলে পাই পাশৱিক অত্যাচাৰ কৰে। বিষম সিঙে সকলোৰে ওচৰত ন্যায় ভিক্ষা কৰিছিল, কিন্তু কোনোৱে তেওঁৰ আবেদন গ্ৰাহ্য কৰা নাছিল। গুমৰি গুমৰি বিষম সিঙে প্ৰায় সোতৰ বছৰ পিছত ইয়াৰ প্ৰতিশোধ লৈছিল। তেওঁ সুযোগৰ প্ৰতীক্ষাত আছিল। এদিনাখন আবেলি সেই সুযোগ আহিছিল, তেওঁৰ ঘৈণীয়েকৰ ওপৰত পাশৱিক অত্যাচাৰ কৰা সেই গুণ্ডাজনে ল'ৰাৰ বিয়াৰ পিছত মহা আড়ম্বৰেৰে গাঁৱলৈ উভতি আহিছিল। বন্দুক লৈ বিষম সিং জপিয়াই পৰিছিল আৰু দহ মিনিটৰ ভিতৰতে সকলো শেষ কৰি দিছিল সেই গুণ্ডা, তেওঁৰ ল'ৰা, নতুন কইনা আৰু কেইজনমান বৰযাত্ৰীক। এটাৰ পিছত এটা এনে ঘটনা ১৯৬০ চনৰ পৰা ১৯৭২ চনলৈ ঘটি আছিল।

ইয়াৰ ভিতৰত আকৌ কিছুমান ডকাইত চৰ্দাৰৰ বিয়া কৰোৱাৰ চখ হৈছিল। নাথু সিঙে মহা আড়ম্বৰেৰে মোৰেনা জিলাৰ এখন গাওঁত বিয়া কৰালে। গোৱালিয়ৰ চহৰৰ ওচৰতেই বিয়া উপলক্ষে মোহৰ সিঙে এক বিৰাট ভোজ দিলে। তেওঁৰ কইনা আন কোনো নহয়, তেওঁৰ নিজৰেই অপহৃতা এগৰাকী ছোৱালী। খবৰ পাই যেতিয়া পুলিচ পাৰ্টি ঘটনাস্থলীলৈ আহে, তেতিয়া চৰাই উৰি গৈছে।

মাত্র নতুন ছোৱালীয়ে পেলাই যোৱা পাউডাৰ, স্নো আৰু লিপষ্টিক লৈ পুলিচৰ দল উভতি আহিছিল।

নাথু সিঙে আৰু এক লোমহৰ্ষক কাণ্ড কৰিলে। তেওঁ এখন স্কুলৰ পৰা পোন্ধৰজন ল'ৰাক অপহৰণ কৰি লৈ গ'ল। মোহৰ সিঙে দুজন নতুনকৈ সোমোৱা পুলিচ কনিষ্টবলক হত্যা কৰাই নহয়, এখন চিঠিত লিখি থৈ গ'ল যে এই কাণ্ড তেৱেঁই কৰিছে। সুদূৰ বিন্ধ্যা প্ৰদেশত দস্যু চৰ্দাৰ মূৰত সিঙে বীণা চহৰৰ ওচৰৰ পৰা সৌগৰ বিশ্ববিদ্যালয়ৰ এজন ৰিচাৰ্চ-স্কলাৰ আৰু তেওঁৰ দুজন সহযোগীক অপহৰণ কৰি লৈ গ'ল।

মধ্যপ্ৰদেশ চৰকাৰৰ কলিজা কঁপিল। অৱস্থা কিমানদূৰ শোচনীয় হৈ উঠিছিল এই কথা গম পোৱা যায় হঠাৎ এদিনাখন চৰকাৰে ঘোষণা কৰিলে যে মোহৰ সিঙৰ মূৰৰ দাম জীৱিত বা মৃত বাৰ হেজাৰৰ পৰা দুই লাখ টকা। মাধো সিঙৰ পাঁচ হাজাৰৰ পৰা ডেৰ লাখ, নাথু সিঙৰ পাঁচ হাজাৰৰ পৰা দহ হাজাৰ টকাৰ ঘোষণাত।

কিন্তু এবাৰ মই পুৰণি ইতিহাসলৈ উভতি যাম। প্ৰত্যেক দিনাখন ৰাতিপুৱা সাধু জেনাৰেল যদুনাথ সিঙে গীতা পঢ়ে। এদিনাখন ৰাতিপুৱা গীতা পঢ়ি থাকোতেই হাৰ্ট-এটেকত কাশ্মীৰত তেওঁৰ মৃত্যু হয়। তেওঁৰ মৃত্যুত বহুতেই কান্দিছিল। তাৰ মাজত আছিল লুক্কা, বিদ্যাৰাম, কানহাই, বদন সিং, পাতিৰাম, মোহৰমনিয়া, শ্ৰীকিষেন, কচেৰা ৰামঅৱতাৰ আৰু লচ্ছী। এওঁলোক সকলোৱেঁই তেওঁৰ আগ্ৰহৰ কাৰণেই বিনোৱা ভাবেৰ ওচৰত আত্মসমৰ্পণ কৰিছিল। আৰু কান্দিছিল উদিতপুৰৰ ৰুক্মিণীয়ে। তেওঁ নথকাহেঁতেন বোধহয় তহচীলদাৰ সিঙৰ ফাঁচী হৈ গ'লহেঁতেন।

নৈনী জেলৰ অন্ধকাৰ চেলত তহচীলদাৰ সিঙে কান্দিছিল। সাধু জেনেৰেলৰ কাৰণে তেওঁ আজিও জীয়াই আছে। কিন্তু তেওঁ কিমান-দিন জীয়াই থাকিব? সকলো মিলি তেওঁৰ ২৪৫ বছৰ কাৰাবাস হৈছিল। ইয়াতকৈতো মৃত্যুই ভাল। পদযাত্ৰা কৰি থাকোতে



বিনোৱাই কন্দা নাছিল, কিন্তু তেৱেঁ যেন অলপ বিচলিত হৈ পৰিছিল। আৰু মই? কৈছিলো জেনেৰেলৰ লগত আৰু দেখা হব চম্বলৰ বেহৰত। সেয়া এতিয়া সম্ভৱ নহয়।

দিনৰ পিছত দিন তহচীলদাৰ সিঙে ভাবিছিল কেনেভাবে এই ডকাইতি সমস্যাৰ সমাধান হব। সাধু জেনাৰেল আজি নাই। বিনোৱা ক'ত, কোনে জানে? বাবাৰ অসম্পূৰ্ণ কাম আজি কোনে কৰিব? তহচীলদাৰে মাজে মাজে টোপনিৰ পৰা চমকি সাৰ পাই উঠে। নৈনী জেলৰ পৰা তেতিয়ালৈকে তহচীলদাৰক ইজাতনগৰ জেললৈ বদলি কৰা হৈছে।

১৯৭২ চনৰ ফেব্ৰুৱাৰী মাহৰ এদিনাখন হঠাৎ ইজাতনগৰ জেলৰ লৌহ দুৱাৰ ঝন্‌ঝনাই খোল খাই গ'ল। তহচীলদাৰে গম পালে আজিৰ পৰা তেওঁ স্বাধীন মানুহ। কাৰাবাসৰ ২৪৫ বছৰৰ ভিতৰত তেওঁ খাটিছিল মাত্ৰ ১৭ বছৰ ৫ মাহ ৪ দিন। কিন্তু সেই জেলতেই বৈ গ'ল তহচীলদাৰৰ ১০০ বছৰ বৃদ্ধ আত্মীয় নবাব সিং।

যি এনকাউণ্টাৰত তহচীলদাৰ সিং জখম হৈছিল তাৰ বিষয়ে নানাৰকম বিৱৰণ মই শুনিছিলো। কিনো সঁচা আৰু কিয়েবা মিছা সেয়া বিচাৰ কৰি চোৱাৰ মই সুযোগ পোৱা নাছিলো। তহচীলদাৰৰ মুক্তিৰ পিছতেই তেওঁৰ মুখৰপৰা সেই এনকাউণ্টাৰৰ কথা শুনিছিলো, তেওঁ আৰু মোক বহুতো কথাই কৈছিল।

বোধহয় ১৯২৮ চনৰ কথা। গাঁৱৰ নাদৰ ওচৰলৈ মান সিঙৰ দলৰ এজন গৈছিল। তেওঁৰ হাতত আছিল বল্লম, হঠাতে মান সিঙৰ শত্ৰুসকলে তেওঁক আক্ৰমণ কৰিলে। নিজে অকলশৰীয়া অনুভৱ কৰি মানুহজনে এজনৰ পেটত সেয়া সুমুৱাই দিয়ে। তাৰ পিছতেই আৰম্ভ হ'ল তুমুল যুদ্ধ, আৰু মানুহজনক মানসিঙৰ শত্ৰুবোৰে কুকুৰৰ দৰে মাৰি পেলায়। মানুহজৰ ঘৈণীয়েকে কান্দি কান্দি মান সিঙৰ ভৰিত লুটি খাই পৰেহি। মান সিঙৰ ল'ৰা যশোবন্ত সিঙে দলবল লৈ শত্ৰুক আক্ৰমণ কৰে। ভীষণ যুদ্ধ হয় আৰু বৈ যায় তেজৰ নৈ।

দুই দলৰ এই ভয়ানক যুদ্ধ থমাবলৈ মান সিঙে বন্দুক হাতত লৈ আগুৱাই যায়। তেওঁ শত্ৰু পক্ষক যুদ্ধ বন্ধ কৰিবলৈ অনুৰোধ কৰে। তেওঁৰ ভতিজা মাটিত পৰি আছে। কোনোবা এজনে দৌৰি আহি ভতিজাকৰ মূৰত মাৰিলেহি এক লাঠী। আৰু স্থিৰ হৈ থাকিব নোৱাৰিলে মান সিং। লগে লগে তেওঁৰ বন্দুকে গৰ্জন কৰি উঠিল আৰু শত্ৰু পক্ষৰ দুজন ধৰাশায়ী হ'ল। তহচীলদাৰে মোক কৈছিল মানসিঙে নিজে গৈ স্বীকাৰোক্তি কৰিছিল। তেওঁৰ যাবজ্জীৱন দ্বীপান্তৰ হৈছিল, কিন্তু ১৪ বছৰ পিছত ১৯৩৯ চনৰ ৩ মাৰ্চৰ দিনাখন তেওঁ জেলৰ পৰা মুক্তি পাইছিল। আৰু তাৰ পিছদিনাখনেই তেওঁ কক্মিণীৰ কথাত জৰ্জৰিত হৈ চম্বলৰ বেহড়ত হেৰাই গৈছিল।

"ঠাকুৰ চাহেব আপোনাৰ গ্ৰেপ্তাৰ সম্পৰ্কেও বেলেগ বেলেগ কাহিনী শুনা যায়। সেই সম্পৰ্কেও অলপ কওঁক না।" মই তহচীল-দাৰ সিঙক সুধিছিলো।

তহচীলদাৰে তেওঁৰ গোঁফ পকাই ক'লে, "আপুনি যি লিখিছিল সেয়াই ঠিক"। তাৰ পিছতেই আৰম্ভ হৈছিল তহচীলদাৰৰ বিৰুদ্ধে কেচ। ১৯৫৯ চনত চুপ্ৰীম কোৰ্টে তেওঁৰ আপীল নামঞ্জুৰ কৰে। তেওঁৰ প্ৰাণদণ্ড বাহাল থাকে। তাৰ কিছুদিন পিছতে আৰম্ভ হয় বাবা বিনোৱা ভাবেৰ পদযাত্ৰা। তেওঁৰ পদযাত্ৰা আৰম্ভ হোৱাৰ কিছুদিন আগতে ৰাষ্ট্ৰপতিৰ আদেশত তহচীলদাৰৰ প্ৰাণদণ্ডৰ আদেশ প্ৰত্যাহাৰ কৰি যাবজ্জীৱন কাৰাবাসত পৰিণত হয়—২৪৫ বছৰ।

তাৰ পিছতেই এদিনাখন ইজাতনগৰ জেলৰ দুৱাৰ সশব্দে খোল খাই যায় আৰু ওলাই আহে ঠাকুৰ তহচীলদাৰ সিং। দুৱাৰৰ সন্মুখত থিয় হৈ আছিল পণ্ডিত লুকমান শৰ্মা লুক্কা। আৰু এখন বগা ৰঙৰ জীপ।

বাবা বিনোৱাৰ ওচৰত আত্মসমৰ্পণৰ প্ৰায় দহ বছৰ জেল খাটি লুক্কা ওলাই আহিছে। ভিণ্ড জিলাৰ এখন গাঁৱত চৰকাৰে তেওঁক মাটি দিয়ে। তাতেই খেতি-বাতি কৰি জীয়াই আছে। কিন্তু সন্ধ্যাৰ



আগে আগে ঘৰৰ দুৱাৰ বন্ধ কৰি দিয়ে। কোনে জানে, যদি কোনো পুৰণি শত্ৰুৱে তেওঁৰ লগত হিচাপ-নিকাচ কৰিবলৈ আহে? এয়া লুক্কাৰ জীৱনত এক অদ্ভুত বিড়ম্বনা। গোটেই জীৱন ডকাইতি কৰি তেওঁ আজি নিৰস্ত্ৰ। আজি যদি তেওঁক কোনোবাই গালিও দিয়ে, তেওঁ মনে মনে শুনি থাকিব লাগিব। অৱশ্যে বহু অপমান সহ্য কৰি কৰি লুক্কা অভ্যস্ত হৈ গৈছে। যিকোনো দাৰোগা আৰু পুলিচৰ চিপাহীবোৰে তেওঁক অপমান কৰিছে, সেয়াও তেওঁ সহ্য কৰিছে। আজি তেওঁৰ হাতত এটা ৰাইফল থকাহেঁতেন তেওঁ দেখুৱাই দিলেহেঁতেন।

তহচীলদাৰ লেকেচিয়াই লেকেচিয়াই ইজাতনগৰ জেলৰ পৰা বাহিৰৰ খোলা বতাহলৈ ওলাই আহিল। তেওঁৰ আঠুৰ ওপৰত লগা গুলীৰ দাগ তেতিয়াও স্পষ্ট হৈ ওলাই আছে।

বৃদ্ধ তহচীলদাৰেই প্ৰথমতে লুক্কাক সাৱটি ধৰিছে। আৰু সুধিছে, "লুক্কা, ম্যায় ক্যায়সে ছুট গয়া?"

'ঠাকুৰ' লুকাই পিছত কৈছিল, "বেহড়ত এক খুঁখাৰ (ভীষণ) বাগী মাধো সিং আহিছে। বহু চেষ্টা কৰিও চৰকাৰে তেওঁক ধৰিব পৰা নাই। শুনিছো তেওঁ বোলে বাবাক আকৌ এবাৰ লৈ আহিবলৈ চেষ্টা কৰিছে। তেওঁ বহু চেষ্টা কৰিছে 'বাবা'ৰ লগত দেখা কৰাৰ কাৰণে। কিন্তু 'বাবা'ই বোলে মাধো সিঙক অলপো অনুকম্পা দেখুৱা নাই।"

তহচীলদাৰেতো 'বাবা'লৈ চিঠিহে লিখিছিল। কিন্তু মাধো সিঙে বহু চেষ্টা কৰিছিল। তেওঁ 'বাবা'ৰ লগত দেখা কৰিবলৈ ৱাৰ্দ্ধালৈ গৈছিল। কিন্তু মাধো সিঙৰ বাবাৰ লগত দেখা হোৱাৰ আগতেই মই মোৰ নিজৰ কামৰ তাগিদাত ৱাৰ্দ্ধালৈ বিনোৱাৰ লগত দেখা কৰিবলৈ গৈছিলোঁ।

আচাৰ্য বিনোৱা ভাৱে, আজি এক শ্ৰান্ত ভগ্নহৃদয়ৰ মানুহ।

জীৱনৰ সকলো সপোন আজি তেওঁৰ ভাঙি চুৰমাৰ হৈ গৈছে। তেওঁৰ ভূদান যজ্ঞৰ পূৰ্ণাহুতি হৈছে আৰু তেওঁৰ অবিৰাম পদযাত্ৰাৰ হৈছে ইতি। 'সব ভূমি গোপাল কি' বুলি যিজনে সুদূৰ তেলেঙ্গানাত পদ-যাত্ৰা আৰম্ভ কৰিছিল, তেওঁ আজি ৱাৰ্দ্ধাৰ ওচৰৰ তেওঁৰ 'সৰ্বধাম আশ্ৰম' কঁপি উঠিছে দেশৰ চাৰিওফালে হিংসাৰ তাণ্ডৱ লীলা দেখি।

আজিৰ পৰা প্ৰায় চাৰি বছৰ আগতে ( ১৯৭০ ) তেওঁক দেখা কৰিবলৈ মই সৰ্বধাম আশ্ৰমলৈ গৈছিলো। সৰু শিশু এটাৰ দৰে ৭৫ বছৰীয়া বাবা শুই আছিল। জানিছিলো, তেওঁৰ শ্ৰৱণশক্তি ক্ষীণ হৈ আহিছিল সেই কাৰণে লেখা প্ৰশ্নৰ তালিকা লৈ তেওঁৰ বিচনাৰ ওচৰত বহিছিলো। মোক দেখা পাই মৃদু হাঁহি এটা মাৰিছিল। ক্ৰুচত বিদ্ধ হোৱাৰ আগতে যেন যীশুৰ হাঁহি। মোৰ প্ৰশ্নৰ তালিকা মনোযোগ দি পঢ়িছিল। তাৰ পিছত আকৌ শুইছিল। কিন্তু শোৱাৰ আগতে নিজৰ হাত দুখনেৰে এবাৰ কাণত, এবাৰ মুখত আৰু এবাৰ চকুৰ ওপৰত ৰাখিছিল। মহাত্মা গান্ধীৰ তিনি বান্দৰৰ কথা তেওঁৰ মনতপৰিছিল—'স্পিক্ নো ইভিল, হিয়াৰ নো ইভিল, চী নো ইভিল।' বুজিছিলো, তেওঁ একোৱে নকয়।

কিন্তু ইমানদূৰ আহি বিফল হৈ উভতি যাম? মোৰ অফিচৰ টি-এ বিলৰ কি হব? ভূপালৰ পৰা ৱাৰ্দ্ধা, তাৰ পৰা সৰ্বধাম আশ্ৰম— সেয়াতো বহু খৰছৰ কথা। ক'ত মোৰ ষ্টোৰী ( ৰিপোৰ্ট )? তেতিয়া ডেস্পাৰেট হৈ বাবাক সুধিছিলো :

"বাবা, আপকো ইয়াদ হ্যায় দশ চাল পহলে কী বাত?"

"হাঁ, বিলকুল ইয়াদ হ্যায়। তুমহাৰা মতলব বাগিওঁ ( ডকাইতৰ ) কে আত্মসমৰ্পণ সে হ্যায় না?"

"বাবা দশ চাল পহলে কী বাত হ্যায়।"

"হাঁ হাঁ মুঝে সব ইয়াদ হ্যায়। কাণ সে কম শুনতা হুঁ, মগৰ ইয়াদদাস্ত ( স্মৰণশক্তি ) বৈসা হী হ্যায়।"

কথা কৈছিল আৰু মাজে মাজে তলকা মাৰিছিল। আশ্ৰমৰ



মানুহবিলাক অধৈৰ্য হৈ উঠিছিল। মোক খেদিব পাৰিলেই যেন তেওঁলোকে ৰক্ষা পায়। মইও সুদাই এৰা ভকত নাছিলো। সেই-দিনাখন আৰু এক ঘণ্টা বহিছিলো। হঠাতে বাবাৰ টোপনি ভাঙি গৈছিল—"ইউ ষ্টিল্ হিয়াৰ?" বাবাই সুধিছিল।

কৈছিলো, "বাবা, ওৱান লাষ্ট কোৱেশ্চন প্লীজ—ফৰ গডচ্ চেক্।"

"ফৰ গডচ্ চেক্ প্লীজ লেট মী ডাই ইন্ পীচ।"

ইয়াৰ পিছত থকাৰ প্ৰশ্নই নুঠে। মনে মনে ওলাই আহিছিলো।

কিন্তু বাবাৰ 'ডাই ইন্ পীচ' হোৱা নাছিল। ১৯৬০ চনৰ ডকাইতৰ আত্মসমৰ্পণৰ ইতিহাসৰ ম্লান অধ্যায় আকৌ তেওঁৰ সন্মুখত আন এজনে দাঙি ধৰিছিল, প্ৰায় এযুগ পিছত।

১৯৭১ চনৰ এক দুৰ্যোগৰ ৰাতিপুৱা বিনোৱাৰ আশ্ৰমলৈ জগৰূপ সিং আহিছিল। চম্বল বেহড়ৰ দুৰ্ধৰ্ষ ডকাইত মাধো সিঙে তেওঁক 'বাবা'ৰ ওচৰলৈকে পঠিয়াইছিল। তেওঁৰ অনুৰোধ, বাবা যদি আকৌ এবাৰ চম্বল উপত্যকালৈ আহে তেনেহলে বহু বাগীয়ে ( ডকাইত ) তেওঁৰ সমুখত আত্মসমৰ্পণ কৰিবলৈ সাজু আছে। প্ৰায় এঘাৰ বছৰ আগতে নৈনীৰ জেলৰ পৰা দস্যু সম্ৰাট মান সিঙৰ পুত্ৰ ফাঁচীৰ আচামী তহচীলদাৰ সিঙৰ পৰা বাবাই চিঠি পাইছিল। সেই চিঠি তেওঁ কাশ্মীৰত পাইছিল। সেই চিঠিয়ে তেওঁক চম্বল উপত্যকালৈ অহাৰ প্ৰেৰণা যোগাইছিল আৰু তাৰ ফলতেই আধুনিক যুগৰ মিৰাক্‌ল—যেতিয়া ১৯৬০ চনৰ মে' মাহত চম্বলৰ দুৰ্ধৰ্ষ ২১ জন ডকাইতে বাবাৰ ওচৰত আত্মসমৰ্পণ কৰে। সেই নাটকীয় অথচ সত্য ঘটনাৰ মই প্ৰত্যক্ষদৰ্শী। বিনোৱা মিচনৰ শেষত যি তুমুল তৰ্ক-বিতৰ্কৰ সৃষ্টি হৈছিল সেয়াও আজি ইতিহাসৰ কথা। সেই ইতিহাসৰে যে আজি ইমান সোনকালে পুনৰাবৃত্তি হব সেয়া কোনে জানিছিল?

কিন্তু ১৯৬০ আৰু ১৯৭১ চনৰ ভিতৰত বহু ঘটনাই ঘটিছে। বিনোৱা ভাবেই 'ক্ষেত্ৰ সন্ন্যাস' লৈছে। তেওঁ এতিয়া বহু বহু দূৰৈৰ মানুহ। তেওঁ কোনো তৰ্ক-বিতৰ্ক, কোনো বিবাদৰ মাজত তেওঁ

এতিয়া সোমাব খোজা নাই। জীৱনত বহুত কৰিছে। তেওঁৰ দিবলৈ একো নাই। এতিয়া পোৱা-নোপোৱাৰ হিচাব তেওঁৰ ওচৰত অৰ্থহীন।

বহু কাকুতি-মিনতি কৰাৰ পিছতো বিনোৱা অটল হৈ থাকি জগৰূপক ওভোতাই পঠিয়ালে। কিন্তু ওভোতাই পঠোৱাৰ আগতে তেওঁ জগৰূপ সিঙক কৈছিল তেওঁ যেন সৰ্বোদয় নেতা জয়প্ৰকাশ নাৰায়ণৰ লগত এবাৰ দেখা কৰে। হতাশাৰ অন্ধকাৰত ক্ষীণ পোহৰ দেখিবলৈ পালে।

জগৰূপ সিং জয়প্ৰকাশৰ ওচৰলৈ যোৱা নাছিল। তেওঁ চম্বলৰ ঘন জঙ্গললৈ উভটি আহিল। জগৰূপ সিঙক বাবাৰ ওচৰলৈ পঠোৱাৰ আগতে মাধো সিঙে বহুত কাম আগুৱাই লৈ গৈছিল। স্বৰাষ্ট্ৰ মন্ত্ৰী গুলজাৰিলাল নন্দা আৰু বহুতো সৰু বৰ নেতালৈ তেওঁ চিঠি লিখিছিল। তেওঁ চিঠিত জনাইছিল তেওঁৰ নিজৰ কথা আৰু ডাঙৰ সৰু দুৰ্ধৰ্ষ ডকাইতৰ মনৰ কথা— তেওঁলোকে আত্মসন্মান বজাই ৰাখি আত্মসমৰ্পণ কৰিব খোজে। তেওঁলোকে বিচাৰে তেওঁলোকৰ হৃদয় পৰিবৰ্তন। মাত্ৰ চৰ্ত এটা—তেওঁলোকৰ যেন থাকে মানুহ হিচাবে জীয়াই থকাৰ অধিকাৰ। কিন্তু কাকস্য পৰিদেবনা। দিল্লী, ভূপাল, লক্ষ্ণৌ, জয়পুৰ ক'তো কাৰো এই আবেদনৰ সামান্যতমো প্ৰতিক্ৰিয়া নহ'ল। মাধো সিং কিন্তু হতাশ নহ'ল। কুছ পৰোৱা নাই। মই নিজে যাম জয়বাবুৰ ওচৰলৈ—ঘন গোঁফকোচা পকাই মাধো সিঙে কৈছিল।

ইয়াৰ পিছৰ ঘটনা খুব দ্ৰুত। ১৯৭১ চনৰ জুন মাহত বাবাৰ লগত দেখা কৰিবলৈ আৰু এজন গ'ল। নিজৰ পৰিচয় দিলে ৰামসিং, ফৰেষ্ট কণ্ট্ৰেক্টৰ। কিন্তু বাবাই ৰামসিঙকো ওভোতাই পঠিয়ালে। ৰামসিং ৰূপী, মাধো সিং কিন্তু চম্বলৰ বেহড়লৈ উভতি নগ'ল। ৰাৰ্দ্ধাৰ পৰা পোনে পোনে পাঞ্জাৱলৈ গ'ল। এমাহ পাঞ্জাৱত থাকি জয়প্ৰকাশ নাৰায়ণক বিচাৰি ওলাল, অ'ত ত'ত বিচাৰি দিল্লী পালেহি। কোনোবাই তেওঁ দিল্লীত থকা বুলি ক'লে। কিন্তু মাধো সিং এইবাৰো বিফল হ'ল। জয়প্ৰকাশ তেতিয়া দিল্লীৰ বাহিৰত। জয়প্ৰকাশ যলৈকে যায়, মাধো সিঙেও তেওঁক অনুসৰণ কৰে, কাশ্মীৰ, পাঞ্জাৱ আৰু কিমান ঠাইত। আকৌ উভতি আহিল দিল্লীলৈ। ষ্টেচনৰ ওচৰত পাঞ্জাব হোটেলত থাকি দিনৰ পিছত দিন জয়প্ৰকাশৰ লগত দেখা কৰাৰ চেষ্টা কৰিলে। মাধো সিং তেতিয়া দিল্লীত ৰাম সিং নামে পৰিচিত। হোটেল, ট্ৰেন সকলোতে তেওঁৰ নাম ৰাম সিং। জয়প্ৰকাশক বিচাৰি ঘূৰি ফুৰোতে এবাৰ অসুখত পৰি পাটনা হস্পিতালত ভৰ্তি হৈছিল। তাতেও নাম ৰাম সিং।



চেপ্তেম্বৰৰ শেষত মাধো সিঙে ঠিক কৰিলে জয়প্ৰকাশৰ লগত দেখা কৰিবই লাগিব। জীৱনৰ আধা বয়স চম্বলত কটাইছে। দিল্লী তেওঁৰ ওচৰততো চাহাৰা, ক'ত বিচাৰি পাব তেওঁ মৰুদ্যান? হঠাতে কোনোবাই এদিনাখন কোৱা শুনিলে শ্ৰীমতী সুচেতা কৃপালনীয়ে জয়প্ৰকাশৰ ঠিকনা জানিব পাৰে। মাধো সিং শ্ৰীমতী কৃপালনীৰ ঘৰত গৈ ওলাইছিল। তেওঁৰ পৰা ঠিকনা লৈছিল জয়প্ৰকাশ নাৰায়ণৰ— গান্ধী শান্তি প্ৰতিষ্ঠান। পিছদিনাখনে তেওঁ গান্ধী শান্তি প্ৰতিষ্ঠানৰ অফিচত গৈ উপস্থিত হৈছিল। এইবাৰো হতাশা। সেইদিনাখন দুৰ্গাপূজাৰ ছুটি। দ্বিতীয় দিনাখনো সেই অৱস্থা। কিন্তু মাধো সিঙৰ কপাল ভাল কাৰণে এক মহিলা টেলিফোন অপাৰেটৰে বহু কষ্ট কৰি জয়প্ৰকাশৰ পাটনা ঠিকনা যোগাৰ কৰি দিয়ে। এটি মুহূৰ্তও পলম নকৰি তেওঁ জয়প্ৰকাশক লগ ধৰিবলৈ ওলাল। কিন্তু পাটনাত জয়প্ৰকাশৰ লগত দেখা হোৱাৰ পিছত তেওঁ মূৰত হাত দি বহিল। সকলো কথা শুনি জয়প্ৰকাশজীয়ে ক'লে, "পৰ মঁ্যায় ক্যা কৰুঁ?" (মই কি কৰিম)

কিন্তু মাধো সিং অলৰ অটল। তেওঁ পাটনাত ৰৈ থাকিল। আকৌ গ'ল দেখা কৰিবলৈ। চেক্ৰেটাৰীয়ে সুধিলে তেওঁ কি কাৰণে দেখা কৰিবলৈ খোজে? মাধো সিঙে ক'লে, "মই চম্বল উপত্যকাৰ

পৰা ডকাইতৰ 'সন্দেশা' ( খবৰ ) লৈ আহিছো। মই নিজে ডকাইত নহয়, মই কাঠৰ ব্যৱসায় কৰোঁ।"

চেক্রেটাৰীয়ে পাঁচ মিনিট সময় দিলে। পাঁচ মিনিটত এঘাৰ-বাৰ বছৰৰ ইতিহাস জানো কোৱা যায়? কিন্তু পাঁচ মিনিট মানে পাঁচ মিনিট।

সেই পাঁচ মিনিটৰ ভিতৰত জে. পি. আৰু ৰাম সিঙৰ মাজত বহু কথা হ'ল। কিন্তু জে পিৰ সেই একে কথা -কিন্তু মই কি কৰিম?

হঠাতে ৰাম সিঙে ক'লে, "বাবুজী মই ৰাম সিং নহয়। মোৰ নাম মাধো সিং। মোৰ মূৰৰ কাৰণে চৰকাৰে ডেৰ লাখ টকাৰ পুৰস্কাৰ ঘোষণা কৰিছে।"

জে. পি. যেন আকাশৰ পৰাহে পৰিল। কিন্তু এইবাৰ তেওঁ কিছু আগ্ৰহ প্ৰকাশ কৰিলে। জে. পিয়ে ভালদৰে জানিছিল ১৯৬০ চনৰ 'বাবা'ৰ হৃদয় পৰিৱৰ্তন মিচনৰ পিছত হোৱা তুমুল বিতৰ্কৰ কথা। কিন্তু তথাপিও তেওঁ মাধো সিঙক এনেয়ে ওভোটাই নপঠিয়ালে। তেওঁ ক'লে, "মোক চিন্তা কৰাৰ সময় দিয়ক। মই এই বিষয়ে মধ্যপ্ৰদেশ, উত্তৰ প্ৰদেশ আৰু ৰাজস্থানৰ মুখ্যমন্ত্ৰীসকলৰ ( সেই সময়ত শ্যামাচৰণ শুক্লা, কমলাপতি ত্ৰিপাঠী আৰু বৰকতউল্লা খাঁন ) লগত যোগাযোগ কৰিব লাগিব, তাৰ পিছত কেন্দ্ৰীয় চৰকাৰৰ লগতো এই বিষয়ে কথা হ'ব লাগিব।"

সময় নষ্ট নকৰি জে. পি. তিনি গৰাকী মুখ্যমন্ত্ৰী আৰু তেতিয়াৰ কেন্দ্ৰীয় স্বৰাষ্ট্ৰ মন্ত্ৰী কে. চি. পন্থলৈ চিঠি লিখিলে। ক্ষীণ আশা লৈ মাধো সিং চম্বলৰ বেহড়লৈ উভতি গ'ল।

কিন্তু ইয়াৰ পিছতেই বাংলাদেশৰ মুক্তি সংগ্ৰামত জয়প্ৰকাশ ভীষণভাৱে ব্যস্ত হৈ পৰিল। আৰু ভাৰতৰ বে-চৰকাৰী প্ৰতিনিধি হৈ দেশ-দেশান্তৰলৈ বাংলাদেশৰ সাত কোটি মানুহৰ আৰ্তনাদ শুনাবলৈ ঘূৰি ফুৰিলে। যেতিয়া বাংলাদেশ স্বাধীন হ'ল তেতিয়া



তেওঁ হৃদৰোগত শয্যাশায়ী। কিন্তু ১৯৭১ চনৰ ডিচেম্বৰত চম্বলৰ বেহড়ে বেহড়ে ডকাইতৰ ওচৰলৈ জয়প্ৰকাশৰ আপীল—"তোমা-লোকে আত্মসমৰ্পণ কৰা। মই তোমালোকৰ লগত আছোঁ।" বিনোৱাৰ পদযাত্ৰাৰ পিছত বাবাৰ অসম্পূৰ্ণ কাম আগুৱাই লৈ যোৱাৰ কাৰণেগান্ধী-শান্তি প্ৰতিষ্ঠান সাজু হৈছিল। সেই প্ৰতিষ্ঠানক পুনৰ শক্তিশালী কৰি তোলা হয়। কেন্দ্ৰীয় চৰকাৰৰ স্বৰাষ্ট্ৰ মন্ত্ৰীৰ লগত তেওঁৰ আলোচনা চলিল। আৰু কোৱা যায় ব্ৰড আণ্ডাৰ-ষ্টেণ্ডিঙত সকলো উপনীত হ'ল।

গান্ধী শান্তি প্ৰতিষ্ঠানৰ হেমদেব শৰ্মা, মহাবীৰ সিং, সুব্বাৰাও আৰু বহুতো সৰ্বোদয় স্বেচ্ছাসেৱক ডকাইতৰ লগত সম্পৰ্ক স্থাপন কৰাৰ কাৰণে বেহড়ে বেহড়ে ঘূৰি ফুৰিলে। ১৯৭২ চনৰ ফেব্ৰুৱাৰী মাহত এওঁলোকৰ ভিতৰত দেখা গ'ল খদ্দৰ পিন্ধি তহচীলদাৰ সিং আৰু লুক্কাক। স্বেচ্ছাসেৱকসকলে খবৰ পঠিয়ালে প্ৰায় ২৫০ জন ডকাইতে আত্মসমৰ্পণ কৰিবলৈ সন্মত আছে। ভূপালৰ পুলিচ কৰ্মকৰ্তাসকলৰ মূৰত যেন বজ্ৰপাত পৰিল। ইমান দিনাখন তেওঁলোকে যি কৰিব পৰা নাছিল এইবাৰ জানো সৰ্বোদয় নেতাসকলে সেই অসম্ভৱক সম্ভৱ কৰিব নেকি?

কোনো কোনোৱে ক'লে, এয়া মাত্ৰ জে. পিৰ পাব্লিচিটি ষ্টাণ্ট।

তেতিয়া মধ্যপ্ৰদেশৰ নতুন মুখ্যমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীৰ "ব্লু আইড বয়" শ্ৰীপ্ৰকাশ চন্দ্ৰ শেঠী। ১৯৭২ চনৰ নিৰ্বাচনৰ কাৰণে তেওঁ চম্বলৰ বেহড়ত ঘূৰি ফুৰিছে। সকলো ঠাইতে কৈ ফুৰিছে এই ডকাইতি সমস্যা তেওঁ সমাধান কৰিহে শান্তি পাব। যেতিয়া তেওঁ খবৰ পালে যে ডকাইতসকলে আত্মসমৰ্পণ কৰিব খোজে, খুব ভাল কথা, কিন্তু মই কেতিয়াও এওঁলোকৰ অতীত পাপ জীৱনৰ কথা নাপাহৰো।

এদিনাখন ভূপাললৈ উভতি আহি শ্ৰীশেঠীয়ে প্ৰেছ কন্‌ফাৰেন্স মাতি সাংবাদিকসকলৰ সমুখত এখন চিঠি দাঙি ধৰিলে। চিঠিখন

মোহৰ সিঙৰ পৰা আহিছে। মোহৰ সিঙে বোলে তেওঁক হত্যা কৰাৰ ভাবুকি দিছে। কাগজত এই খবৰ ডাঙৰ ডাঙৰকৈ লেখা হ'ল। এই খবৰ ওলোৱাৰ লগে লগে শান্তি প্ৰতিষ্ঠানৰ মিচন প্ৰায় ধূলিস্যাৎ হ'ব খুজিছিল।

দুদিন পিছত খবৰ পোৱা গ'ল চিঠিখন ভুৱা আছিল। প্ৰচাৰৰ কি মহিমা! শ্ৰীশেঠীয়ে কিছুদিন পিছত কৈছিল বিন্ধ্য প্ৰদেশৰ কিছুমান ডকাইত যেন ১৫ মে'ৰ অন্তত টোকেন চাৰেণ্ডাৰ কৰে। সেইবোৰ কথা এতিয়া নহয় পিছত।

পাটনাৰ পৰা উভতি অহাৰ কেইদিনমান পিছত মাধো সিঙে জে. পিলৈ চিঠি লিখিলে—"বাবুজী, আপুনি নিজে আহক। আপোনাৰ সমুখত আমি আত্মসমৰ্পণ কৰিম।" এই চিঠি বহু কাগজত ওলাল। কেন্দ্ৰীয় চৰকাৰৰ হুকুমত চম্বল উপত্যকাত পুলিচ অভিযান স্থগিত ৰখা হ'ল। কিন্তু শ্ৰীশেঠীয়ে এটাৰ পিছত এটা তাৰিখ ঠিক কৰিব ধৰিলে। যদি অমুক অমুক তাৰিখৰ ভিতৰত ডকাইতসকলে আত্মসমৰ্পণ কৰে তেতিয়া ভাল, নহলে পুলিচে আকৌ যথাৰীতি আগৰ দৰে অপাৰেচন আৰম্ভ কৰিব।

পৃথিবীৰ ইতিহাসত কেতিয়াও যি হোৱা নাছিল সেয়া হবলৈ ধৰিছে অভিশপ্ত চম্বলত। একেলগে প্ৰায় তিনিশ ডকাইত নিজৰ ইচ্ছাত আত্মসমৰ্পণ কৰিবলৈ আহিব। এয়া জানো কেতিয়াবা কোনোবাই ভাবিব পাৰিছে? এই মিৰাকল হব নে নাই কোনে জানে? কিন্তু সেই মিৰাকল হৈছিল।

॥ দুই ॥

যুগ যুগ ধৰি অভিশপ্ত চম্বলত ডকাইতি সমস্যা চলি আহিছে। শেৰচাহ সুৰী বা তাৰ আগতেও এই সমস্যা চলি আহিছে। কোনোৱে ইয়াৰ সমাধান কৰিব পৰা নাছিল। নতুন মধ্যপ্ৰদেশ ১৯৫৬ চনত নবেম্বৰ মাহত হৈছে। 'বাবা' আহিছে ১৯৬০ চনত। তেওঁৰ সমুখত একৈশজন ডকাইতে আত্মসমৰ্পণ কৰিছিল। কিন্তু সমস্যাৰ সমাধান হলে হোৱা নাছিল। জে. পিৰ অভিযানত সেয়া জানো সমাধান হব? মই নাজানো। জে. পিৰ লগত এই লৈ বহুবাৰ আলোচনা হৈছিল। প্ৰত্যেক বাৰতেই আমাৰ কথা শেষ হৈছিল 'লেট আছ এগ্ৰি টু দিফাৰ' বুলি কৈ।

কিন্তু তেওঁ সাধু জেনেৰেলৰ দৰে মোৰ লগত কাজিয়া কৰা নাছিল। মোৰ আজিও এই মত যে, অভিশপ্ত চম্বলৰ ডকাইতিৰ ইতিহাস—এইবোৰ আত্মসমৰ্পণত শেষ নহয়। যিমান দিনলৈ অভিশপ্ত চম্বল এলেকাত অৰ্থ নৈতিক, সামাজিক উন্নয়ন নহয় সিমান দিনলৈ এই সমস্যা শেষ নহয়। কিন্তু দুখৰ বিষয় সেইফালে কাৰো লক্ষ্য নাই। এয়া যে 'খুনকা বদলা খুন' মনোভাব, সেয়া দূৰ কৰিবলৈ কোনোৱে চেষ্টা কৰা নাই। আজিৰ পৃথিবীত সকলোৱে বিচাৰে কুইক ৰিজাল্ট।

কিন্তু অভিশপ্ত চম্বলৰ ইতিহাসত এটা দিন সোণৰ আখৰেৰে লিখা থাকিব। সেই দিনটো হ'ল ১১ এপ্ৰিল, ১৯৭২। কাৰণ সেইদিনাখন ক্লান্ত শ্ৰান্ত জে. পি. গোৱালিয়ৰলৈ আহিল। তাৰ পৰা মটৰত পাগাৰা গাওঁলৈ গ'ল। পাগাৰা গাওঁৰ নাম এসময়ত কোনোৱে শুনা নাছিল। এতিয়া সকলোৱে জানে। কাৰণ পাগাৰা

গাওঁৰ ওচৰৰ আচান নদীৰ ওপৰত বান্ধ বন্ধা হৈছে। আৰু বান্ধৰ কৰ্মচাৰীসকলৰ থকা ঠাই ঠিক হৈছে ডাক বাংলাত। পাগাৰাৰ মানুহে কয় 'ডাকু বাংলা।' এই ডাক বাংলাতেই মাজে মাজে ডকাইতৰ দল আহি থাকিছিলহি। জে. পি. অহাৰ পিছত 'ডাকু বাংলা'ৰ সকলো দুৱাৰ বন্ধ হৈ গ'ল। ৰাতিৰ অন্ধকাৰত আহিল মাধো সিং আৰু বহুতো। ঘণ্টাৰ পিছত ঘণ্টা কথা হৈছে। জয়প্ৰকাশজীয়ে সুধিছে—আত্মসমৰ্পণৰ সলনি তেওঁলোকে কি বিচাৰে।

মাধো সিঙে ক'লে, "আমি সকলোৱে আত্মসমৰ্পণ কৰিম কিন্তু আমাৰ তিনিটা চৰ্ত আছে।"

গহীন গম্ভীৰ মাতেৰে জে. পিয়ে ক'লে, "কোনো চৰ্ত নাই। কোৱা তোমালোকে কি বিচাৰা।" মাধো সিঙে আগুৱাই আহি ক'লে, "বাবুজী আমি জীয়াই থাকিব খোজো। অন্ততঃ কোনোবাইতো কওঁক আমাৰ ফাঁচী নহয় বুলি। দ্বিতীয়তে আমাক যেন হাতকড়ি নলগায়। আৰু শেষ ইচ্ছা থানাত যেন আমাৰ ওপৰত কোনো অত্যাচাৰ নহয়। আমি হাঁহিমুখে নিজৰ দোষ স্বীকাৰ কৰিম।"

জে. পিয়ে মাধো সিঙক বুজাইছে, "তোমালোকৰ ফাঁচী নহয়। আদালতত ফাঁচীৰ হুকুম হলেও ৰাজ্যৰ গভৰ্ণৰে সেয়া কাৰাবাসত পৰিণত কৰিব। মুখ্যমন্ত্ৰীসকলে মোক কথা দিছে! তোমালোকক হাতকড়ি পিন্ধোৱা নহব। কাৰণ তোমালোকৰ কেচ হব জেলৰ ভিতৰত। আৰু তোমালোকৰ ওপৰত অত্যাচাৰৰ প্ৰশ্নই নুঠে, কাৰণ তোমালোকক পুলিচ থানাত ৰখা নহয়।"

তাৰ পিছত মাধো সিঙে সুধিছে, "বাবুজী, যদি আপুনি দিয়া এইবোৰ কথা কোনোৱে নেৰাখে?"

"তেনেহলে অনশন কৰি মই মৰি যাম। ইয়াতকৈ মই বেছি পুনৰ একো ক'ব নোৱাৰো মাধো সিং।"



জে. পিৰ ভৰিত হাত দি পিছ দুৱাৰেদি মাধো সিং ওলাই গৈছিল। কৈ গৈছিল আনসকলৰ লগত কথা হৈ পিছদিনাখন তেওঁ উত্তৰ দিব।

জে. পি আৰু তেওঁৰ স্ত্ৰী প্ৰভাৱতীৰ চকুৰেদি তেতিয়া চকুপানী ওলাইছে। এজন মানুহৰ মুখৰ কথাত ইমানবিলাক মানুহে কেনেকৈ বিশ্বাস কৰে?

যেতিয়া জনা গ'ল যে প্ৰায় ২৫০-৩০০ ডকাইত আত্মসমৰ্পণত ৰাজী হৈছে, গোটেই দেশ চমকি উঠিল। দলে দলে দেশী-বিদেশী সাংবাদিকৰ দল সেই ঐতিহাসিক ঘটনা কভাৰ কৰিবলৈ গোৱা-লিয়ৰলৈ আহিল। হঠাতে বম্বশ্বেলৰ দৰে মুখ্যমন্ত্ৰী শ্ৰীশেঠীয়ে ঘোষণা কৰিলে—সাংবাদিক আৰু কেমেৰামেনসকলক আত্মসমৰ্পণৰ ঘটনাস্থলত আহিবলৈ দিয়া নহ'ব। কিন্তু সাংবাদিকসকল তেওঁৰ আদেশ উপেক্ষা কৰি মোৰেনাৰ পৰা প্ৰায় ৪০ মাইল দূৰৈৰ আৰু এখন সৰু চহৰ জাউৰাৰ ফালে গ'ল। পিছত অৱশ্যে শেঠী চাহেবে মত সলনি কৰি হাঁহি হাঁহি ডকাইতৰ লগত কেমেৰামেনৰ আগত থিয় হৈছিল। সেই মুহূৰ্তৰ পৰাই সৰ্বোদয় কৰ্মকৰ্তা আৰু শেঠী চাহেবৰ মাজত আৰম্ভ হৈছিল অঘোষিত যুদ্ধ। প্ৰশংসা পোৱাৰ প্ৰতিযোগিতাও লগে লগে আৰম্ভ হৈছিল।

যিমানে দিন গৈছে, সিমানে শেঠী চাহেবৰ পাৰা উঠি আছে। তেওঁ হঠাতে পুলিচক আদেশ দিলে যে ডকাইতসকল অপহৰণৰ অপৰাধত অপৰাধী, পুলিচেও যেন তেওঁলোকৰ আত্মীয়সকলক অপহৰণ কৰে। টিট্ ফৰ টেট্। কিন্তু শেঠী চাহেবে পাহৰি গ'ল যে ইণ্ডিয়ান পেনাল কোডত কিডনেপিং এটা অপৰাধ, সেয়া পুলিচেই কৰক বা ডকাইতে কৰক। বুকু ফুলাই তেওঁ এদিনাখন মোক ক'লে দেখিলেতো, মোহৰ সিঙে চাৰিজনক অপহৰণ কৰি ৰেনচম বিচাৰি-ছিল কেইলাখমান টকা। মোৰ আদেশত পুলিচে মোহৰ সিঙৰ

চাৰিজন আত্মীয়ক কিডনেপ কৰে। দুদিন পিছতেই মোহৰ সিঙে চাৰিজনকে এৰি দিয়ে।

বহু তৰ্ক-বিতৰ্ক আলাপ-আলোচনাৰ পিছত আত্মসমৰ্পণৰ দিন ঠিক হ'ল ১৪ এপ্ৰিল, ১৯৭২। কিন্তু ইয়াৰ দুদিন আগতেই ডকাইতৰ ভিন ভিন দল পাগাৰাৰ ফালে ৰাওনা হৈছিল। বাতৰি কাকতৰ জগতত তেতিয়া পাগাৰা আৰু জাউৰাই মোষ্ট নিউজী স্পট্‌চ। পাগাৰাৰ সেই সৰু ডাক বাংলাতেই হব জে. পিৰ বিভিন্ন ডকাইতৰ ছৰ্দ্দাৰৰ লগত আলোচনা।

পাগাৰাৰ পৰা অলপ দূৰৈত সবলগড়ৰ ওচৰৰ এঠাইত দুদিন আগৰ পৰাই বিৰাট এক মেলাৰ ৰূপ ধাৰণ কৰিছিল। বিভিন্ন ডকাইত দলৰ সদস্যসকল এই কেম্পিং গ্ৰাউণ্ড পাইছিলহি। 'বাগী'-সকলৰ দৰ্শন লোৱাৰ কাৰণে বিভিন্ন ঠাইৰ পৰা মানুহ আহিছে।

মানুহৰ মাজত আছে ডকাইতসকলৰ আত্মীয়সকলো। আত্মীয়-সকলৰ লগত ডকাইতসকলৰ মিলনে বহুতকে বিহ্বল কৰি তুলিছিল। কিন্তু সবলগড়ত যিসকল ডকাইত আহিছিল তেওঁলোক সকলো স্মল ফ্ৰাই। তেওঁলোকে আত্মসমৰ্পণ কৰিবলৈ আহিছিল। কিন্তু ডাঙৰ ডাঙৰ ছৰ্দ্দাৰসকল আৰু তেওঁলোকৰ দলৰ সকলো ওচৰ-পাজৰৰ জঙ্গলত সোমাই আছিল। যদি মুখ্যমন্ত্ৰীয়ে শেষ পৰ্যন্ত সকলো চৰ্ত মানিবলৈ সন্মত নহয়? তেনেহলে তাৰ পৰাই তেওঁলোক পলাই যাব।

এই আত্মসমৰ্পণ অভিযানৰ উদ্যোক্তা মাধো সিঙে কিন্তু শেষ সময়লৈ অক্লান্ত পৰিশ্ৰম কৰিছে। অন্যান্য ছৰ্দ্দাৰৰ লগত ঘণ্টাৰ পিছত ঘণ্টা আলোচনা কৰি তেওঁলোকক বুজাইছে। পিছত মাধো সিঙে মোক কৈছিল তেওঁ বোলে যোৱা পাঁচ বছৰ ধৰি অন্যান্য বাগী ছৰ্দ্দাৰৰ লগত চিঠি লেখালেখি কৰিছিল। সেইবোৰ চিঠিত, তেওঁৰ আন্তৰিকতাৰ প্ৰমাণ স্বৰূপ, তেওঁ প্ৰথমতেই তেওঁৰ দল লৈ আত্মসমৰ্পণ কৰিব বুলি লিখিছিল।

কিন্তু কেনে ধৰণৰ মানুহ এই ঠাকুৰ মাধো সিং? ওখ-পাখ



চেহেৰা। তেওঁৰ আগৰ ঘৰ আগ্ৰা জিলাৰ গড়হিয়া গাওঁত। মূৰৰ দাম ডেৰলাখ টকাৰ পুৰস্কাৰ বহন কৰি মাধো সিং বহুকাল বেহড়ত কটাইছিল। তেওঁৰ অপৰাধী জীৱন আৰম্ভ হয় সৰু সৰু গৰু-ম'হ চুৰিৰ পৰা। যদিও অন্যান্য ছৰ্দ্দাৰৰ দৰে তেৰোঁ কৈছে যে তেওঁ ডকাইত হৈছে পুলিচৰ অত্যাচাৰৰ কাৰণে।

কিন্তু বেচ ঘটনাবহুল আৰু বৈচিত্ৰ্যময় জীৱন মাধো সিঙৰ। মিলিটাৰী ৰাজপুতনা ৰাইফলচৰ হাবিলদাৰ আছিল মাধো সিং। মেল নাৰ্চৰ কাম কৰিছিল আৰু হোমিওপেথি লৈ মূৰ ঘমাইছিল। তেওঁৰ প্ৰথমা স্ত্ৰী আৰু দুই ল'ৰাক লৈ মোৰেনাত আছিল। বাগী জীৱনৰ একঘেয়ামী সহ্য কৰিব নোৱাৰি মাধোই হঠাতে এক মীনা জাতৰ ছোৱালী ৰামকটোৰীৰ প্ৰেমত পৰে। ৰামকটোৰীৰ নাম এতিয়া ওমপ্ৰকাশী। প্ৰত্যক্ষদৰ্শীৰ মতে মাধো সিঙে যেতিয়া ৰাম-কটোৰীক জোৰ কৰি লৈ যায় তেতিয়া ৰামকটোৰীয়ে আধুনিক জীনচ্ আৰু টপ্ পিন্ধি আছিল। যেতিয়া মাধো সিঙে ৰামকটোৰীক জোৰ কৰি ধৰি লৈ যায় তেতিয়া ৰামকটোৰীৰ খুৰাকে বাধা দিছিল। মাধো সিঙৰ প্ৰৰোচনাত ৰামকটোৰীয়ে বিনা দ্বিধাই ৰাইফলৰ ট্ৰিগাৰ টিপি তেওঁৰ খুৰায়েকক হত্যা কৰিছিল। খুৰাক বোলে পুলিচৰ মুখবীৰ (ইনফৰমাৰ) আছিল। পুলিচৰ প্ৰৰোচনাত খুৰাকে তেওঁৰ ভতিজাকৰ ৰূপ দেখুৱাই মাধো সিঙক প্ৰলোভিত কৰিছিল তেওঁক ফান্দত পেলোৱাৰ উদ্দেশ্যত। ৰামকটোৰী এতিয়া ওমপ্ৰকাশী নাম লৈ পঞ্জাৱৰ এক চহৰত মাধো সিঙে সজোৱা ৫০ হাজাৰ টকা দামৰ এক বিৰাট ঘৰত তেওঁৰ দুই সন্তানক লৈ আৰামত দিন কটাইছে।

প্ৰচাৰ আৰু নামৰ চখ মাধো সিঙৰ আছিল। তেওঁৰ ইচ্ছা আছিল তেওঁ আৰু তেওঁৰ দলক লৈ এখন ফিল্ম বনোৱা হওক। এই কাৰণে তেওঁ এজন ডকুমেণ্টাৰী প্ৰডিউচাৰক পাঁচ হেজাৰ টকা আগধনো দিছিল। কিন্তু প্ৰতিশ্ৰুত সময়ৰ ভিতৰত ফিল্ম শেষ নোহোৱা কাৰণে সেই প্ৰডিউচাৰ আৰু তেওঁৰ পৰিয়ালক মাধো

সিঙে কিডনেপ কৰে। পাঁচ হাজাৰতকৈ বেছি টকা লৈ তেওঁলোকক এৰি দিয়ে। মাধো সিঙৰ নিজস্ব এক ব্যক্তিত্ব আছে। সেয়া অস্বীকাৰ কৰা নাযায়। কিন্তু আত্মসমৰ্পণৰ সময়ত মাধো সিং পুলিচৰ ভাষাত কোৱা হয় 'অন দি ৰাণ'। যদিও তেওঁৰ আত্মসমৰ্পণৰ আন্তৰিকতাত সন্দেহ কৰাৰ কোনো কাৰণ নাই, ১৯৭২ চনৰ প্ৰথমৰ পৰাই তেওঁ বেচ অসুবিধাত পৰিছিল। তেওঁৰ দলৰ এঘাৰজনক তেওঁ পুলিচৰ লগত হোৱা বিভিন্ন এনকাউণ্টাৰত হেৰুৱাইছিল। মাধো সিং কেতিয়াবা শ্ৰীলঙ্কা, কেতিয়াবা নেপাল, কেতিয়াবা চিকিম আৰু কেতিয়াবা ভূটান আদিত পলাই ফুৰিছিল। সুবিধা বিচাৰি আছিল যদি সম্ভৱ হয় পলাই যাব সুদূৰ চিঙ্গাপুৰ নাইবা হংকঙলৈ। কিন্তু সফল হোৱা নাছিল তেওঁৰ সেই ইচ্ছা। এবাৰ হঠাতে কলিকতাত নক্সালপন্থীৰ দলত সোমাবলৈ চেষ্টা কৰিছিল। ভাবিছিল তেওঁৰ হাতত অস্ত্ৰ-শস্ত্ৰ আছে, আৰু ব্যৱহাৰো তেওঁ ভাল জানে। হয়তো নক্সালপন্থীয়ে তেওঁক লব। কিন্তু নক্সালসকলেও তেওঁক বিশ্বাস কৰা নাছিল, গতিকে বিফল হৈ পুনৰ চম্বললৈ উভতি আহিল। শেষত তেওঁৰ মনত বিনোৱাভাৱে আৰু জে. পিৰ লগত দেখা কৰাৰ বাসনা জাগে। নিজৰ দস্যু জীৱনৰ ওপৰত তেওঁৰ বিতৃষ্ণা ধৰি গৈছিল। তেওঁ জানিছিল তেওঁ চেষ্টা কৰিলে হয়তো নাথু সিঙকো আত্মসমৰ্পণৰ কাৰণে সন্মত কৰাব পাৰিব। কিন্তু মোহৰ সিং জানো সন্মত হব ?

মোহৰ সিং তেওঁতকৈও ডাঙৰ ডকাইত। তেওঁ ঠাকুৰ নহয়, তেওঁ 'গুজৰ'। ঠাকুৰ তহচীলদাৰ সিঙৰ কথাও হয়তো মোহৰ সিঙে নুশুনিব। মুখ্যমন্ত্ৰী শ্ৰীশেঠীৰো সন্দেহ আছিল মোহৰ সিং সম্বন্ধে। কিন্তু তহচীলদাৰ সিং, মাধো সিং আৰু লুক্কাৰ অক্লান্ত চেষ্টাৰ ফলত মোহৰ সিঙে আত্মসমৰ্পণ কৰিছিল ১৪ এপ্ৰিলত।

জীৱনত বহু ৰকমৰ মানুহ আৰু বহু ৰকমৰ গোঁফ দেখিছিলো, কিন্তু মোহৰ সিঙৰ গোঁফৰ নিচিনা গোঁফ দেখা নাই, হয়তো আৰু নেদেখিম।



ইয়া গোঁফ উঠি গৈছে গালৰ ওপৰলৈ আৰু শেষ হৈছে দুই গালৰ কলা দুটা গুচ্ছত। ১৯৭২ চনত তেওঁৰ বয়স আছিল মাত্ৰ ৩৮ বছৰ। ভিণ্ড জিলাৰ জাটপুৰা গাঁৱৰ মানুহ মোহৰ সিং। গোঁফৰ লগত আছিল এই লম্বা দাড়ি। তেওঁৰ দলৰ মানুহে তেওঁক 'দাড়ি' বুলিয়েই মাতিছিল। নৃশংস হত্যাকাৰী বুলি তেওঁ বিখ্যাত আছিল আৰু তেওঁৰ মুৰৰ দাম আছিল আঢ়ৈ লাখ টকা। ইমান টকা আজিলৈ চম্বলৰ কোনো ডকাইতৰ মূৰৰ কাৰণে ঘোষণা কৰা হোৱা নাছিল। আৰু নাথু সিং ? কলা-চাপৰ নাথু সিং মোৰেণা জিলাৰ পোৰ্ৱা থানাৰ অন্তৰ্গত কোঁয়া গাৱঁৰ মানুহ। কিংবদন্তী আছে যে কোঁয়া গাৱঁৰ যি কোনো ৰাস্তাৰ যি কোনো এটা শিল তুলি ললেই বোলে তাৰ তলত এজন ডকাইত পোৱা যায়।

১৪ এপ্ৰিল, ১৯৭২ চনত যেতিয়া আত্মসমৰ্পণৰ যৱনিকা উত্তোলিত হ'ল জাউৰা চহৰত, তেতিয়া এই ঐতিহাসিক নাটকৰ অন্যান্য পাত্ৰৰ মাজত আছিল মাখন সিং, হৰবিলাচ, চাৰু সিং, ছোটে সিং, জগৰাজ, কল্যাণ সিং, ফুলা, তিলক সিং, পঞ্চম সিং, সুখপাল সিং, জগজীত সিং, বেৰিষ্টাৰ সিং (তেওঁ ভীষণ তৰ্ক কৰিছিল বুলি এই নাম হৈছিল), ৰূপ সিং, জিয়ালাল আৰু তেওঁলোকৰ দলৰ মানুহবোৰ।

শেঠী চাহেবৰ হুকুম আছিল এই আত্মসমৰ্পণৰ ঘটনা লৈ কোনো যেন হৈ-চৈ নহয়। কিন্তু পৃথিবীত সকলো কথা মুখ্যমন্ত্ৰীৰ হুকুমত নচলে। এপ্ৰিল মাহৰ ১১ তাৰিখৰ পৰা ১৩ তাৰিখৰ ভিতৰত পাগাৰা গাৱঁত প্ৰায় ২০ হাজাৰ মানুহৰ ভিৰ হয়। মানুহ আহিছে গৰু গাড়ীত, চাইকেল, জীপ আৰু খোজকাঢ়ি। সৰ্বোদয় নেতাসকলে তিনিদিনৰ কাৰণে খোৱাৰ বন্দোবস্ত কৰিছিল। সেয়া এদিনাখনতেই শেষ। তেওঁলোকে মূৰত হাত দি বহিল।

পুলিচৰ ইউনিফৰ্ম পিন্ধি মোহৰ সিং আৰু মাধো সিং ঘুৰি ফুৰিছিল। তেওঁলোকৰ পিছত জনতা। কোনো কোনোৱে তেওঁলোকৰ ভৰিত ধৰি প্ৰণামো কৰিছিল। কিন্তু এয়া কি, মোহৰ সিঙে যে

দাড়ি কাটি পেলাইছে। কিন্তু সেই বিখ্যাত গোঁফ যোৰা তেতিয়াও তেনেকৈ আছে। কিন্তু তেওঁৰ দলৰ মানুহে তেতিয়াও তেওঁক দাড়ি বুলিয়েই মাতিছে। মাধো সিঙে গোঁফ কটা নাই কিন্তু জুলফি আৰু বাঢ়িছে। মাধো সিং, মোহৰ সিং আৰু তেওঁলোকৰ দলৰ মানুহবোৰে নিৰ্ভয়ে ইফালে সিফালে ঘূৰি ফুৰিছে। তেওঁলোকৰ প্ৰত্যেকৰে কান্ধত নানা ৰকম অস্ত্ৰ—লাইট মেচিনগান, ষ্টেনগান, টমীগান, টেলিস্কোপিক চেলফ লোডিং ৰাইফল। প্ৰত্যেক অস্ত্ৰৰ ওপৰত সোণপানীৰে আঁকা আছে দূৰ্গা, ভবানী আৰু কালীৰ মূৰ্তি। বাতৰি কাকতৰ ৰিপোৰ্টাৰসকলে আগুৰি ধৰিলে মোহৰ সিং আৰু মাধো সিঙক। তেওঁলোকৰ প্ৰেছ কন্‌ফাৰেন্সে বহু নেতাৰ কন্‌ফাৰেন্সক তল পেলাই দিয়ে। অশিক্ষিত মোহৰ সিঙৰ মেজাজ সপ্তমত। নিজৰ মানসিক উত্তেজনা ঢাকিবলৈ মাজে মাজে মুখ বিকৃত কৰি কথা কৈছিল। কিন্তু পিচ মুহূৰ্ততে আকৌ হাঁহি ৰিপোৰ্টাৰসকলক ভাল লগাবলৈ চেষ্টা কৰিছিল। কিন্তু মাধো সিং অমায়িক, ভদ্ৰ, সদাহাস্যময়। তেওঁ ক'লে, তেওঁ বিশ্বাস কৰে সমাজবাদক। মোৰ হঠাৎ হাঁহি উঠিল তেওঁ যেতিয়া অহিংসা সম্বন্ধে দীঘল লেকচাৰ এটা সাংবাদিকসকলক শুনালে।

১৪ এপ্ৰিল, ১৯৭২। খুব ৰাতিপুৱাই সাৰ পাই উঠিছিল সৰু চহৰ জাউৰা। লোকে লোকাৰণ্য, সৰু চহৰখনৰ জনসংখ্যা সেই ৰাতিপুৱাতেই বোধহয় তিনি গুণ বাঢ়ি গ'ল। সূৰ্য উঠাৰ আগতেই হাজাৰ হাজাৰ মানুহ জমা হৈছিল জাউৰাৰ গান্ধী আশ্ৰমৰ সমুখত। হাজাৰ হাজাৰ জনতা ঘণ্টাৰ পিছত ঘণ্টা অপেক্ষা কৰিছে আৰু ভাবিছে এই আত্মসমৰ্পণৰ উদ্যোক্তা মাধো সিঙে বোধহয় প্ৰথমতে আত্মসমৰ্পণ কৰিবলৈ আহিব। মোহৰ সিং হয়তো নাহিবই।

কিন্তু সকলোকে আচৰিত কৰি প্ৰথমতেই আহিল মোহৰ সিং আৰু তেওঁৰ দল। আই জি পুলিচ শ্ৰীবাল মুকুন্দৰ ভাষাত "টু বিড ফেৰৱেলচ টু আৰ্মচ"।



অভিশপ্ত চম্বলৰ ইতিহাসত নতুন অধ্যায় লিখা হ'ল ঠিক সেই মুহূৰ্তত যেতিয়া নিজ দলৰ ৮৫ জন মানুহক লৈ মোহৰ সিং মহাত্মা গান্ধীৰ তৈলচিত্ৰৰ সমুখত তেওঁলোকৰ সকলো অস্ত্ৰ-শস্ত্ৰ থৈ চিঞৰি উঠিল 'জয় ভবানী'। তাৰ পিছত তেওঁলোকে জে. পিৰ ভৰিত হাত দি প্ৰণাম কৰিলে। দূৰৈৰ পৰা দেখিলে মাধো সিঙক আৰু তেওঁৰ চকুৰ কোণত পানী বিৰিঙি উঠিল। জে. পি. আৰু প্ৰভাৱতীৰ চকুও শুকান নাছিল। জে. পিৰ মুখৰ পৰা কথা ওলাল :

"This could happen only in India. Nowhere in the world have so many surrendered in response to an appeal made by one who does not hold an offical post."

মোহৰ সিঙৰ আত্মসমৰ্পণৰ পিছত মাধো সিঙে কেইখনমান জীপ লৈ বেহড়ৰ ফালে গ'ল। তেওঁৰ মিচন সফল হৈছে। বাকী সকলোৱে এতিয়া বিনা দ্বিধাই আত্মসমৰ্পণ কৰিব। মোহৰ সিং আৰু তেওঁৰ লগৰীয়াসকলৰ আত্মসমৰ্পণৰ সেই দৃশ্য বৰ্ণনা কৰা মোৰ পক্ষে খুবেই কষ্টসাধ্য। মোহৰ সিং আৰু স্বৰূপ সিং মঞ্চৰ ওপৰলৈ উঠি গৈ তেওঁলোকৰ অস্ত্ৰ গান্ধীজীৰ তৈলচিত্ৰৰ সমুখত থ'লে। তাৰ পিছত জে. পি. আৰু প্ৰভাৱতীক প্ৰণাম কৰিলে। হাজাৰ হাজাৰ জনতাই কৰতালি দিলে। তাৰ পিছত পুলিচ আহি মোহৰ সিং আৰু তেওঁৰ দলক লৈ গ'ল এটা তম্বুলৈ। তাতেই হব আইনমতে তেওঁলোকৰ চাৰেণ্ডাৰ আৰু এৰেষ্ট। কিছু সময় পিছত মঞ্চলৈ আহিল শেঠী চাহেব।

ডকাইতসকলক পুনৰ মঞ্চলৈ লৈ অহা হ'ল। তেওঁলোকে শেঠী চাহেবৰ লগত হাত মিলাই পুনৰ তম্বুলৈ উভটি গ'ল। অন্ততঃ খবৰ কাগজৰ মানুহৰ মনত পৰিল সেইদিনাখনৰ কথা—যেতিয়া শেঠী চাহেবে কৈছিল—মোহৰ সিঙে তেওঁক হত্যা কৰাৰ কাৰণে চিঠি দিছে।

এজনৰ পিছত এজনকৈ বাগী ওপৰলৈ উঠিব ধৰিলে। শেঠী চাহাবে সকলোৰে সৈতে হাত মিলালে আৰু জে. পিয়ে প্ৰত্যেককে দিলে ৰামায়ণ।

তেওঁৰ অনুৰোধত অস্ত্ৰৰ পৰা সোণপানীৰ আঁকা ভবানী, দুৰ্গা আৰু কালীৰ মূৰ্তিবোৰ উলিয়াই বাগীসকলক ওভোটাই দিয়া হ'ল। পিছত ৰাজ্য পৰিবহনৰ বাছ আনি বাগীসকলক গোৱালিয়ৰ চেণ্ট্ৰেল জেললৈ পঠোৱা হ'ল। তেওঁলোকক হেণ্ডকাফ দিয়া নহ'ল। ডকাইত-সকল হিৰো। জে. পিৰ এটাই উত্তৰ—"মোৰ কাম এটা আছিল, সেয়া মই সম্পূৰ্ণ কৰিছোঁ। ফলাফল মই নাজানো।"

অনুষ্ঠানৰ বহু আগতেই সুৰক্ষাৰ নামত চহৰখন পুলিচেৰে ভৰ্তি কৰি পেলোৱা হৈছিল। আচল অনুষ্ঠান অনুষ্টুপীয়া আৰু গাম্ভীৰ্যপূৰ্ণ আছিল। আৰম্ভ হ'ল প্ৰাৰ্থনাৰে। শান্তি মিচনৰ স্বামী স্বৰণ সিঙে আত্মসমৰ্পণৰ ইতিহাস শুনালে। ইয়াৰ পিছত ডকাইতসকলৰ পক্ষে বিচৰা হ'ল ক্ষমা—সকলো জনতাৰ ওচৰত। ক্ষমা খুজি লেখা কাগজখন পঢ়িলে মোহৰ সিঙৰ চেক্ৰেটাৰী পণ্ডিত নাৰায়ণ পুজাৰীয়ে। 'ফৰগেট এণ্ড ফৰগিভ' এয়া আছিল ক্ষমা বিচৰাৰ মুঠ কথা। লগতে অনুৰোধ সমাজৰ ওচৰত—তেওঁলোকক যেন নতুন জীৱন আৰম্ভ কৰাৰ কাৰণে সুযোগ দিয়ে।

ক্ষমা ভিক্ষাৰ দুই মিনিট পিছতে মোহৰ সিঙ আৰু স্বৰূপ সিঙে একেবাৰে মঞ্চত উঠি মহাত্মাৰ তৈলচিত্ৰৰ সমুখত কিছু সময় মূৰ তল কৰি থাকি অস্ত্ৰ থৈ দিলে। জনতাই তুমুল হাত চাপৰি বজাই উঠিল।

চম্বলৰ দুৰ্ধৰ্ষ ডকাইত মোহৰ সিঙৰ দস্যু জীৱন শেষ হ'ল। মোহৰ সিং, মাধো সিং আৰু নাথু সিঙৰ নাম শুনিবলৈ পোৱা গৈছিল বিনোৱাৰ ১৯৬০ চনৰ আত্মসমৰ্পণৰ মিচনৰ পিছত। তাৰ আগতে এওঁলোকক কোনে জানিছিল? লুকাৰ আত্মসমৰ্পণ আৰু লাখন সিং এনকাউণ্টাৰত মৃত্যুৰ পিছত এওঁলোকেই বিখ্যাত হৈ পৰিছিল।

অনিশ্চিত পদক্ষেপেৰে মঞ্চৰ পৰা মোহৰ সিং আৰু স্বৰূপ সিং



নামি আহি তেওঁলোকৰ কাৰণে ৰখা তম্বুৰ ভিতৰলৈ সোমাই গ'ল। তাতে তেওঁলোকক আইন অনুযায়ী গ্ৰেপ্তাৰ কৰা হ'ল। এজনৰ পিছত এজন ডকাইত আহি এইভাবেই আত্মসমৰ্পণ কৰিলে। কিন্তু এয়াতো হ'ল ফৰমেল চাৰেণ্ডাৰ। ৰাতিপুৱাই তেওঁলোকে জে. পিৰ সন্মুখত ডাক বাংলাত আত্মসমৰ্পণ কৰিছিল। প্ৰভাৱতী দেৱীয়ে তেওঁলোকৰ প্ৰত্যেকৰ কপালত তিলক পিন্ধাই দিছিল আৰু আশ্ৰমৰ স্বেচ্ছাসেৱিকাসকলে তেওঁলোকৰ হাতত ৰাখী বান্ধি দিছিল। তেতিয়া পুলিচ খঙতে কঁপিছে। তেওঁলোকেতো প্ৰাৰ্থনা কৰিছিল যদি মোহৰ সিং অনুষ্ঠানৰ সময়ত নাহে তেতিয়াই হব আচল মজা। কিন্তু জে. পিয়ে তেওঁলোকক নিৰাশ কৰিছিল। মোহৰ সিং আহিছিল আৰু আহিছিল বহুতো। পিছৰ যি অনুষ্ঠানত তেওঁলোকে মহাত্মা গান্ধীৰ তৈলচিত্ৰৰ সন্মুখত আত্মসমৰ্পণ কৰিছিল সেয়া আছিল মানুহক দেখুৱাবলৈ কৰা অনুষ্ঠান।

পিছদিনাখন মাধো সিঙে তেওঁৰ কথা মতে আত্মসমৰ্পণ কৰিলে। সেই একেভাবেই। তেওঁৰ লগত ৮০ জন ডকাইত আহিছিল। জে. পি অভিভূত হৈ পৰিল। তেওঁ কৈছিল—"হোৱাট্ ইজ হেপেনিং ইজ ৰিজাণ্ট অৱ ডিভাইন উইল।" তেওঁ মাত্ৰ এটা অনুৰোধে কৰিলে যাতে তেওঁ দিয়া প্ৰতিশ্ৰুতি পালন কৰা হয়।

মাধো সিঙৰ আত্মসমৰ্পণ কিন্তু মোহৰ সিঙতকৈও বেছি নাটকীয় আছিল। মঞ্চৰ ওপৰলৈ উঠি আহি তেওঁৰ সন্মুখৰ হাজাৰ হাজাৰ জনতাক এটি সৰু ভাষণ দিয়ে। তেওঁৰ বক্তব্য একেই। সমাজে যেন তেওঁলোকক জীয়াই থকাৰ সুযোগ দিয়ে, মানুহ হিচাবে জীয়াই থকাৰ অধিকাৰ দিয়ে। প্ৰচণ্ড হাতৰ চাপৰিৰ লগে লগে জনতা মঞ্চৰ ফালে আগুৱাই আহিছে। জে. পি আৰু শেঠী চাহেবে বাৰে বাৰে জনতাক অনুৰোধ কৰিছে শান্ত হবলৈ। কিন্তু কোনে কাৰ কথা শুনে? ইতিহাসত এয়া বোধহয় প্ৰথম ডকাইতৰ জনসভা। মাধো সিঙৰ লগত যিসকলে আত্মসমৰ্পণ কৰে তেওঁলোকৰ লগত

আছিল বুটো সিং। মাত্ৰ ১৬ বছৰ বয়সত তেওঁৰ বাগী হৈছিল। আৰু আছিল ওখ পাখ চেহেৰাৰ ২১ বছৰৰ ৰূপ সিং। ৰূপ সিঙে যদিও বেছি সময় ৰাজস্থানত কটাইছিল তথাপিও মাধো সিঙৰ আগ্ৰহত আত্মসমৰ্পণ কৰিবলৈ মধ্য প্ৰদেশলৈ আহিছিল।

আত্মসমৰ্পণৰ আগদিনাখন ৰূপ সিঙে সাংবাদিকসকলৰ আগত তেওঁৰ শাৰীৰিক শক্তিৰ প্ৰদৰ্শন দেখুৱায়। সোঁ ভৰিখন হঠাতে ঘূৰাই তেওঁ মূৰৰ ওপৰত থকা গছ এডালৰ ডাল চুলে। তেওঁৰ বাওঁখন ভৰি কিন্তু মাটিত আৰু হাতত ৰাইফেল।

চমকি উঠি বেচ কিছু ৰিপোৰ্টাৰে সেইদিনাখন হাত চাপৰি দিছিল। বহু ভাষা ৰূপ সিঙে জানিছিল। তেওঁতো কৈয়ে দিলে, মই মাত্ৰ ধনী মানুহক ধৰিছিলো। আৰু তেওঁলোকৰ সম্পত্তিৰ মুঠ চাৰি পাৰ্চেণ্ট লৈছিলো। তাৰ বেছি নহয়।

মাধো সিঙৰ আত্মসনৰ্পণৰ পিছত শেঠী চাহেবে জনতাক সম্বোধন কৰি ক'লে যে এই এলেকাত ৩০ এপ্ৰিললৈ কোনো পুলিচ অপাৰেচন নহয়। তেওঁ বাকী থকা ডকাইতসকলকো আত্মসমৰ্পণ কৰিবলৈ সুযোগ দিব খোজে। ডকাইতসকলৰ প্ৰতি চৰকাৰে চিমপেথি দেখুৱাব। জে. পিৰ প্ৰতিশ্ৰুতি পালিত হব। ডকাইতৰ পৰিবাৰক ৰক্ষা কৰাৰ দায়িত্ব চৰকাৰৰ। যদি কাৰোবাৰ ফাঁচীৰ হুকুমো হয় চৰকাৰে মাৰ্চী পিটিচন সহানুভূতি সহকাৰে বিবেচনা কৰিব।

শেঠী চাহেবে সৰ্বোদয় কৰ্মকৰ্তাসকলক অনুৰোধ জনালে তেওঁলোকে মধ্য প্ৰদেশৰ চম্বল এলেকা বাদেও আন এডোখৰ ডকাইতৰ এলেকা আছে, তাতেও যেন কাম আৰম্ভ কৰে। সেই এলেকা হ'ল বিন্ধ্যাৰ বুন্দেলখণ্ড (সাগৰ, দামোহ, ছতপুৰ, টিকমগড় আৰু পান্না জিলা)। সেই এলাকাতো তেওঁ ১৫ মে' তাৰিখলৈ পুলিচ অপাৰেচন বন্ধ কৰিবলৈ আদেশ দিছে।

জে. পিৰ মুখত হাঁহি দেখা দিলে। তেওঁৰ কাম তেওঁ শেষ



কৰিছে। কালিলৈ তেওঁ বোম্বেলৈ যাব। কিন্তু সঁচাকৈয়ে জানো তেওঁৰ কাম শেষ হৈছিল? তিনি নম্বৰ ডকাইত নাথু সিং ক'ত? তেওঁতো অহা নাই? নাথু সিঙে তেওঁৰ ওচৰত প্ৰতিজ্ঞা কৰিছিল তেওঁ হাজিৰ হব। তেনেহ'লে? জে. পি চিন্তিত হ'ল। কিন্তু কালিলৈ যে তেওঁ বোম্বেলৈ যাবই লাগিব।

১৭ এপ্ৰিল ১৯৭২। বম্বেগামী পাঞ্জাব মেইল গোৱালিয়ৰ ষ্টেচনৰ প্লেট ফৰ্মত সোমাবহি। জে. পি আৰু প্ৰভাৱতী দেৱী ফাৰ্ষ্ট ক্লাচ ওৱেটিং ৰুমত বহি আছে। হঠাৎ এখন জীপ প্ৰচণ্ড শব্দ কৰি ব্ৰেক ধৰি ষ্টেচনৰ সন্মুখত ৰ'লহি। এজন ওখ-পাখ মানুহ, কান্ধত দামী ৰাইফল সহ একে জাপে জীপৰ পৰা নামি প্লেটফৰ্মলৈ গ'ল। তীব্ৰ গতিত ফাৰ্ষ্ট ক্লাচ ওৱেটিং ৰুমত সোমাই জে. পিৰ ভৰিৰ কাষত ৰাইফেল থৈ ক'লে, "মোক ক্ষমা কৰিব, মোৰ পলম হৈ গ'ল। মোৰ জীপখন বেয়া হৈ গৈছিল।" জে. পিয়ে নাথু সিঙক সাৱট মাৰি ধৰিলে। তাৰ পিছত জে. পি আৰু প্ৰভাৱতী দেৱী ট্ৰেনত উঠিলগৈ। চলন্ত ট্ৰেনত জে. পিয়ে ভাবিব ধৰিলে, তেওঁৰ কামতো শেষ হ'ল, তেওঁৰ পুনৰ কি কৰিবলগীয়া থাকিল। তেওঁ প্ৰতিজ্ঞা কৰিছিল তিনিজন ডাঙৰ ডকাইত দলক তেওঁ আত্মসমৰ্পণ কৰাব। তেওঁ তাতকৈ বেছিয়েই কৰিছে। এইবাৰ বিশ্ৰাম লব। তেওঁৰ শৰীৰে পুনৰ নোৱাৰা হৈছে। কিন্তু তেওঁৰ ওচৰত বহু অনুৰোধ আহিছে যে বুন্দেলখণ্ডৰ ডকাইতসকলৰ আত্মসমৰ্পণৰ দায়িত্ব যেন লয়। আচৰিত কথা, অনুৰোধ আহিছে শেঠী চাহেব আৰু মধ্য-প্ৰদেশৰ পুলিচৰ পৰাই। করুণ দৃষ্টিৰে জে. পিয়ে তেওঁৰ স্ত্ৰীৰ ফালে চালে। প্ৰভাৱতীয়ে মুখেৰে একো নক'লে, কিন্তু তেওঁৰ চকুৱে ক'লে, নাই নাই। কিন্তু স্ত্ৰীৰ মনোভাৱ জানিও জে. পিয়ে মনে-মনে প্ৰতিজ্ঞা কৰিলে যে তেওঁ বুণ্ডেলখণ্ডলৈ যাব। মোৰ ভাব হয় এয়াই তেওঁৰ ডাঙৰ ভুল হৈছিল। কিন্তু এবাৰ যেতিয়া তেওঁ ঠিক কৰিছেই তেতিয়া 'কাম হোৱাট মে'—তেওঁ বুন্দেলখণ্ডলৈ যাবই। বোম্বে পাই

তেওঁ তহচীলদাৰ আৰু লুক্কাক খবৰ পঠিয়ালে। তেওঁলোক যেন বুন্দেলখণ্ডলৈ আহে। তেওঁ নিজে মে' মাহৰ দ্বিতীয় সপ্তাহত আহিব। ইয়াৰ ভিতৰত তেওঁলোক যেন নামী ডকাইত ছৰ্দ্দাৰৰ লগত সম্পৰ্ক স্থাপন কৰি তেওঁলোকক আত্মসমৰ্পণৰ বাবে ঠিক কৰি ৰাখে।

বম্বেত আহি জে. পিয়ে তেতিয়াও চিন্তা কৰিছে। কিমানখিনি সফল হৈছে তেওঁ অভিশপ্ত চম্বলত? ১৪ মে'ৰ পৰা ১৭ এপ্ৰিললৈকে ১৮০ জন ডকাইতে আত্মসমৰ্পণ কৰিছে। এওঁলোকক সকলোকে ধৰিলে দেখা যায় যে মিলিতভাৱে এওঁলোকৰ মূৰৰ দাম চৰকাৰী হিচাবে ঘোষিত পুৰস্কাৰৰ পৰিমাণ আছিল ৪·৯১ লাখ টকা। তেওঁলোকৰ কেচ হব গোৱালিয়ৰৰ স্পেচিয়েল আদালতত। বিনোবাৰ সমুখত যিসকলে আত্মসমৰ্পণ কৰিছিল তেওঁলোকৰ কেচৰ অভিজ্ঞতা খুবেই বিৰক্তিকৰ আৰু কটু। পুলিচে একৈশজন আত্ম-সমৰ্পিত ডকাইতৰ বিৰুদ্ধে ৬৫ টা কেচ দিছিল। অভিযুক্তসকলৰ মাজত তেৰজনক বিভিন্ন আদালতে নিৰ্দোষ বুলি এৰি দিয়ে। বাকীসকলৰ কেচ চলিছিল সুদীৰ্ঘ পাঁচ বছৰ। লুক্কাৰ আজীৱন কাৰাবাস কিন্তু ১৯৬৮ চনৰ ১৮ এপ্ৰিলত তেওঁ জেলৰ পৰা মুক্তি পায়।

জে. পিয়ে পুলিচ ৰেকৰ্ডত চকু দিলে—আত্মসমৰ্পণৰ সময়ত মোহৰ সিঙৰ বিৰুদ্ধে আছিল ১১৫ টা হত্যা, ৬১ টা ডকাইতি আৰু ১১৩ টা অপহৰণ। মাধো সিঙৰ ৭১ টা হত্যা, ৬২ টা ডকাইতি আৰু ১১২ টা অপহৰণ। নাথু সিঙৰ ৭৭ টা হত্যা, ৬৩ টা ডকাইতি আৰু ৭৩ টা অপহৰণ। হঠাতে জে. পিয়ে হাঁহিলে। পুলিচ ৰেকৰ্ডত লেখা আছে মাখন সিং একমাত্ৰ ডকাইত যিজনৰ নিজস্ব নামত ছপোৱা লেটাৰ হেড আছে। আৰু এটা খবৰ আছিল পুলিচ ৰেকৰ্ডত। আত্মসমৰ্পণৰ কাম সুচাৰুৰূপে সম্পন্ন কৰাৰ কাৰণে মহামান্য চৰকাৰে গান্ধী শান্তি প্ৰতিষ্ঠানক দিছে এক লাখ টকা আৰু ৩৩ খন বগা ৰং কৰা জীপ। ডকাইতি সমস্যা সমাধানৰ কাৰণে



পুলিচে যে প্ৰতি বছৰে প্ৰায় পাঁচ কোটি টকা খৰছ কৰে সেই কথা কিন্তু ক'তো লেখা নাই। মধ্যপ্ৰদেশ চৰকাৰৰ বাৰ্ষিক বাজেট চালে এয়া জনা যায়।

১৯৭২ চনৰ ঐতিহাসিক আত্মসমৰ্পণৰ পিছতেই বহুতৰে ধাৰণা আছিল যে সৰ্বোদয় কৰ্তাসকলে খুব সহজতে তেওঁলোকৰ কামত সিদ্ধি লাভ কৰিছে। এই ধাৰণা ভুল। মই জানো কিমান পৰিশ্ৰম তেওঁলোকে কৰিব লগা হৈছে। বেহড়ৰ মাজত দিন নাই ৰাতি নাই তেওঁলোকে ঘূৰি ফুৰিব লগা হৈছিল। কেতিয়াবা আশা, কেতিয়াবা নিৰাশা। তিনিটা 'ফ্ৰন্ট' তেওঁলোকে চাব লগা হৈছে—ডকাইত, তেওঁলোকৰ হাতত নিপীড়িত অসংখ্য পৰিবাৰ আৰু পুলিচ। এখন গাৱঁত যেতিয়া সৰ্বোদয় কৰ্মকৰ্তাসকলে এক বৃদ্ধা মহিলাক গৈ কৈছিল—মাজী, অমুক অমুক ডকাইতক তুমি ক্ষমা কৰা। বৃদ্ধাই উত্তৰ নিদি ওলোটাই প্ৰশ্ন কৰিছিল—"তোমালোকতো ভাল মানুহ। মোৰ সমুখত এই গাৱঁৰ অন্ততঃ এগৰাকী যুৱতী ছোৱালী আনি উপস্থিত কৰাই দিয়া, যিজনীক ডকাইতসকলে ধৰ্ষণ কৰা নাই।" মূৰ তল কৰি কৰ্মকৰ্তাসকল উভটি আহিছিল।

পুলিচে নানাভাৱে তেওঁলোকৰ কামত বাধা দিছে। সকলো ঠাইতে নহলেও ক'ৰবাত ক'ৰবাত পুলিচ আৰু ডকাইতৰ মাজত বুজাপৰা আছিল। সকলো ডকাইতে আত্মসমৰ্পণ কৰিলে পুলিচৰ যে ভাত মৰা যাব। আৰু ডকাইতবোৰ? তেওঁলোকৰ বক্তব্য পৰিষ্কাৰ—কোনে প্ৰতিশ্ৰুতি দিব যে আমাৰ ফাঁচী নহব নাইবা আমাৰ পৰিবাৰৰ মানুহৰ ওপৰত অত্যাচাৰ নহব? কৰ্মকৰ্তা-সকলে কৈছে, বাবু জয়প্ৰকাশ নাৰায়ণ। সকলো ডকাইতেতো জে. পিক নাজানে আৰু জনাৰ কথাও নহয়। তেওঁলোকক লাগে চৰকাৰ। মানে মুখ্যমন্ত্ৰীৰ বক্তব্য।

গোৱালিয়ৰ এৰাৰ আগতে জে. পিয়ে মোক আৰু অন্যান্য সাংবাদিকসকলক কৈছিল যে যদি প্ৰয়োজন হয় তেওঁ বাৰে বাৰে

অভিশপ্ত চম্বললৈ আহিব। তেওঁৰ মতে এই হৃদয় পৰিৱৰ্তন "জেনুইন, দিচ ইজ এ কন্টিনিউয়িং প্ৰচেছ।" শেঠী চাহেবে ডকাইতৰ পৰিবাৰৰ কাৰণে বহু আৰ্থিক সাহায্যৰ প্ৰতিশ্ৰুতি দিলে। ক'লে, ডকাইতৰ ল'ৰা-ছোৱালীয়ে পঢ়াৰ কাৰণে বৃত্তি পাব, আৰু বহুতো কথা। কিন্তু খুব কম কথা হ'ল ডকাইতৰ দ্বাৰা নিপীড়িত পৰিবাৰৰ সম্বন্ধে। এওঁলোকৰ কথা বিনোৱাভাবেও বেছি ভবা নাছিল আৰু জে. পিয়েও ভবা নাছিল।

আত্মসমৰ্পণৰ কেইদিনমান পিছত গোৱালিয়ৰ চেণ্ট্ৰাল জেললৈ গৈছিলো। ডকাইতসকল যেন অলপ বিচলিত আৰু চিন্তিত। জেললৈ যোৱাৰ পিছত মোহৰ সিং আৰু তেওঁৰ দলৰ সকলোৰে মুখ ম্লান। জেলত তেওঁলোকে পূজাও কৰিছে। জেলৰ কম্পাউণ্ডতে আছিল হনুমানজীৰ মন্দিৰ। সকলোৰে অভিযোগ ভীষণ গৰম জেলৰ ভিতৰত। তেওঁলোকক ফ্যান লাগে। পিছত অৱশ্যে তেওঁলোকক ফ্যান দিছিল।

জে. পি যোৱাৰ পিছত আচৰিত ঘটনা ঘটিবলৈ ধৰিলে। নাম থকা নথকা বিভিন্ন ঠাইৰ পৰা ডকাইতৰ দল আত্মসমৰ্পণ কৰিবলৈ আহিল! যি চাহেবে এসময়ত খবৰ কাগজৰ মানুহক আত্মসমৰ্পণৰ অনুষ্ঠানলৈ অহাত বাধা দিছিল, তেৱেঁই এতিয়া হাঁহি মুখে কেমেৰা-মেনৰ সমুখত আত্মসমৰ্পণকাৰী ডকাইতৰ লগত থিয় হৈ ফটো তুলিলে। লগে লগে চৰকাৰী প্ৰচাৰ যন্ত্ৰও মুখ্যমন্ত্ৰীক কেন্দ্ৰ কৰি সক্ৰিয় হৈ উঠিল। মধ্যপ্ৰদেশ চৰকাৰৰ বিমান ইফালে সিফালে ঘূৰিব ধৰিলে। কিছুমান খবৰ কাগজৰ মানুহো মুখ্যমন্ত্ৰীৰ লগত গ'ল। কাগজত ডাঙৰ ডাঙৰকৈ খবৰ ওলাল অমুক অমুক ঠাইত মুখ্যমন্ত্ৰীৰ সমুখত অমুক অমুক ডকাইতে আত্মসমৰ্পণ কৰিছে। সকলো একে কিন্তু পাৰ্থক্য এটা, জে. পিৰ বিনয়ৰ পৰিৱৰ্তে শেঠী চাহেবৰ ঔদ্ধত্য। অকল সেয়াই নহয়, মধ্যপ্ৰদেশ আকাশবাণীৰ সকলো কেন্দ্ৰৰ পৰা ডকাইত মোহৰ সিং আৰু মাধো সিঙৰ আপীল



প্ৰচাৰিত হ'ল। সেই আপীলত তেওঁলোকে অনুৰোধ জনালে মাহ শেষ হোৱাৰ আগে আগে চম্বলৰ ডকাইতসকলে যেন আত্ম-সমৰ্পণ কৰে। জেলত বন্দী, হত্যাৰ অপৰাধত বন্দীয়ে বোধহয় ৰেডিঅ'ত প্ৰথম আপীল। আপীলত ইয়াকো কোৱা হ'ল যে আমি ভালে আছো, আমি জেলত ভাল ভাবেই আছো। আৰু আমি যি আপীল কৰিছো নিজ ইচ্ছাতে কৰিছো।

মাহ শেষ হোৱাৰ আগে আগে প্ৰায় তিনিশ ডকাইতে আত্ম-সমৰ্পণ কৰিলে। সকলোৱে ভাবিলে বোধহয় মধ্যপ্ৰদেশৰ ডকাইতি সমস্যা এইবাৰ শেষ হ'ল। কিন্তু সেয়াতো নহ'ল। অভিশপ্ত চম্বলৰ তৃষ্ণা এতিয়াও পলোৱা নাই। চম্বলৰ ৰক্তাক্ত ইতিহাসৰ এটি অধ্যায় হয়তো শেষ হ'ল, কিন্তু চম্বলৰ পৰা বহু দূৰৈত বুন্দেলখণ্ডত তেতিয়াও চলি আছে ডকাইতৰ তাণ্ডৱ লীলা। শেঠী চাহেবে হুকুম দিলে যদি ১৫ মে'ৰ ভিতৰত বুন্দেলখণ্ডৰ ডকাইতে আত্মসমৰ্পণ নকৰে তেনেহলে পুলিচে নিৰ্দ্দয়ভাৱে তেওঁলোকক শেষ কৰি দিব। যেন পুলিচে ইমানদিনে চেষ্টাৰ ত্ৰুটীহে ৰখা নাছিল। ৰাছিয়াত বনোৱা হেলিকপ্টাৰৰ পৰা গুলী কৰি তেওঁলোকক জঙ্গলৰ পৰা উলিয়াই অনা হব; শেঠী চাহেবে হুকুম দিলে।

কিন্তু শেঠীজীৰ কেবিনেটৰ সমাজ কল্যাণ মন্ত্ৰীৰ মূৰত তেতিয়া অন্য চিন্তা—তেওঁ ভাবিছে চম্বলৰ যিবোৰ ডকাইতে আত্মসমৰ্পণ কৰিলে তেওঁলোকৰ প্ৰায় ৫৫ গৰাকী ৰক্ষিতাৰ কি হব? তেওঁলোকৰ আৰ্থিক অৱস্থা যে খুব বেয়া। তেওঁলোকৰ পুনৰ্বাসনৰ ব্যৱস্থাৰ কি হব?

বুন্দেলখণ্ডৰ বন জঙ্গল আৰু পাহাৰত সৰ্বোদয় কৰ্মকৰ্তাসকল ডিঙিত জাফৰাণী ৰঙৰ স্কাৰ্ফ পিন্ধি বগা জীপত উঠি ডকাইত বিচাৰি ফুৰিছে। তেওঁলোকৰ লগত আছে—ঠাকুৰ তহচীলদাৰ সিং আৰু পণ্ডিত লুকমান শৰ্মা—দাউ মানসিঙৰ আদৰৰ লুকে।

## ॥ তিনি ॥

অভিশপ্ত চম্বল উপত্যকাত যি মিৰাকল্ হৈ গ'ল, তাৰ কিছু প্ৰভাবতো বুন্দেলখণ্ড এলেকাত পৰাৰ কথাই। কিন্তু এই এলেকাতো ডকাইতৰ আতঙ্ক চম্বলতকৈ কোনো গুণে কম নাছিল। এই অঞ্চলৰ ডকাইতে কিন্তু পুলিচক এৰি ফুৰে। খুব দৰ্কাৰ নহলে হত্যা জখম নকৰে। চম্বল এলেকাত ডকাইত লুকাই থাকে বেহড়ত আৰু ইয়াত ডকাইত লুকাই থাকে ঘন অন্ধকাৰময় জঙ্গল আৰু আকাশ পৰশা বিন্ধ্যা পৰ্বতৰ হাজাৰ হাজাৰ গুহাত। চম্বলৰ ডকাইতৰ তুলনাত ইয়াৰ ডকাইতৰ প্ৰচাৰ হয়তো কম, কিন্তু ইয়াৰ ডকাইতি সমস্যা চম্বলতকৈ কোনো গুণে কম নহয়। জঙ্গলৰ ধনী ঠিকাদাৰক অপহৰণ কৰি তেওঁলোকৰ পৰা জোৰকৈ অৰ্থ সংগ্ৰহ কৰাই এওঁলোকৰ ম'ডাচ অপাৰেণ্ডি আছিল। কিন্তু এই এলেকাৰ মানুহ-বোৰৰ ওপৰত এওঁলোকৰ প্ৰভাৱ চম্বলৰ ডকাইততকৈ বেছি নহলেও কম নহয়। এটা সময়ত ভাব হয় যেন এওঁলোকে সমান্তৰাল গভৰ্ণমেণ্ট চলাইছে। জঙ্গলৰ ঠিকাদাৰৰ ভিতৰত বেছি ভাগেই ডকাইতৰ আত্মীয়। যিসকল আত্মীয় নহয়, তেওঁলোকৰ পৰা ডকাইতে নিয়মিতভাৱে ঠিক কৰা টকা খাইছিল।

বুন্দেলখণ্ডৰ আটাইতকৈ দুৰ্ধৰ্ষ ডকাইত ঠাকুৰ দেবী সিং ১৯৪৩ চনত বিজওৱাৰ ৰাজ্যৰ জেলৰ পৰা পলাই যায়। তাৰ পিছৰ পৰাই পুলিচে তেওঁক কোনো এনকাউণ্টাৰৰ ফান্দত পেলাব পৰা নাছিল। বহুদিন পিছত তেওঁৰ মৃতদেহ জঙ্গলৰ মাজত পোৱা যায়। তেওঁৰ মৃত্যু হৈছিল দুৰাৰোগ্য কেন্সাৰত। পুলিচে অৱশ্যে কয় তেওঁ পুলিচৰ গুলীত মৰিছে। এবাৰ দেবী সিঙে তেওঁৰ দলবল লৈ আত্মসমৰ্পণ কৰিছিল। কিন্তু সেই কথা পিছত হব।



বুন্দেলখণ্ড বা বিন্ধ্যা এলেকাৰ ডকাইতি সমস্যা চম্বলৰ ডকাইতি সমস্যাৰ দৰে পুৰণি নহয়। চৰকাৰী ৰেকৰ্ডৰ পৰা জনা যায় এই এলেকাৰ ডকাইতি সমস্যা আৰম্ভ হয় উনবিংশ শতাব্দীৰ শেষৰ ফালে। ইয়াৰ মানুহে আজিও বুন্দেলখণ্ডৰ ৰবিনহুড মঙ্গল সিং, দুৰ্গা সিং আৰু দেবী সিঙৰ কথা সন্মান সহকাৰে কয়। তেতিয়াৰ দেশীয় ৰাজ্যৰ ৰজা আৰু জমিদাৰসকলে তেওঁলোকক উৎসাহ দিছিল, নহলে ডকাইতি কৰাত সাহায্য কৰিছিল, চৰ্ত মাথো এটা— তেওঁলোকে যেন তেওঁলোকৰ উপদ্ৰৱ প্ৰতিবেশী ৰাজ্যতে সীমিত ৰাখে। বিন্ধ্যা অঞ্চলৰ এই পাঁচখন জিলা—সাগৰ, দামোহ, ছতৰপুৰ, টিকমগড় আৰু পান্না। জনসংখ্যা ৩৩.৪৪ লাখ আৰু ক্ষেত্ৰফল ১৪১৭৩ বৰ্গমাইল। এই পাঁচখন জিলাৰ ইতিহাস আৰু পৰম্পৰাও চম্বল এলেকাৰ দৰেই। ভৌগোলিক, আৰ্থিক আৰু সামাজিক সমস্যাৰ লগত সাঙোৰ খাই আছে ডকাইতি সমস্যা। বিস্তৃত এলেকাত ঘন জঙ্গল। তাতে ৰাস্তাৰ অভাৱত পুলিচৰ অপাৰেচন খুব টান কাম। কৃষি উপযোগী ভূমি খুব কম আৰু যি আছে সেয়া ধনী জমিদাৰৰ কবলত। চম্বলৰ দৰে দস্যুবৃত্তি ইয়াত বীৰত্বৰেই এক নাম।

ইতিহাসৰ পাত লুটিয়ালে দেখা যায় ১৮১২ চনৰ ঝাঁচিৰ ওচৰৰ নওগাওঁ এলেকাত বা কাজী নামে এক বুণ্ডেলা ঠাকুৰে হঠাৎ লুটপাট আৰু ডকাইতি আৰম্ভ কৰে। যেতিয়া বা কাজীয়ে ৯৩ টা ডকাইতি কৰিলে, তেতিয়াহে ইংৰাজ চৰকাৰ সচকিত হ'ল। গোৱালিয়ৰ ৰাজ্যক হুকুম দিয়া হ'ল বা কাজীক পৰাস্ত কৰাৰ কাৰণে। কিন্তু একোৱেই নহ'ল। চিপাহী বিদ্ৰোহৰ সময়ত দেৱান দেশপতক বিদ্ৰোহৰ অভিযোগত গ্ৰেপ্তাৰ কৰা হৈছিল। তেওঁ নওগাওঁ জিলা ভাঙি পলাই আশ্ৰয় ললে ছতৰপুৰত। ইয়াৰ দুয় বছৰ পিছত কৰ্ণেল থমচনে এক সমুখ যুদ্ধত দেৱান দেশপতক গুলী কৰি মাৰে। ইয়াৰ প্ৰতিশোধ লবলৈ দেৱান দেশপতৰ ভতিজাক ৰঘুনাথ সিঙে ইংৰাজ চৰকাৰক আগতে জনাই সমস্ত ছতৰপুৰ লুণ্ঠ কৰে।

ইয়াৰ প্ৰায় ২৫ বছৰ পিছত ডকাইতি সমস্যাই লাহে লাহে বুন্দেলখণ্ডক গ্ৰাস কৰে আৰু মাত্ৰ ছতৰপুৰ ৰাজ্যতে দূৰ্গা সিং, জগত সিং, বিক্ৰম সিং, প্ৰতাপ সিং, ৰঘুনাথ সিং আৰু মহাৰাজ সিঙে ছটা দলত বিভক্ত হৈ যি অবৰ্ণনীয় অত্যাচাৰ আৰম্ভ কৰে তাতে ব্ৰিটিছ গভৰ্ণমেণ্ট কঁপি উঠিল।

মিঃ ৰিচাৰ্ড টেম্পলে চৰকাৰৰ ওচৰলৈ টেলিগ্ৰাম পঠিয়ালে—

"Dacoity continues to occur in a very aggravated form on the Saugar frontier, the robbers coming from the wild hilly country belonging to Bhopal State, and to Maharaj Scindias dominions in that quarter. These expeditions are probably led by one Debee Singh a Boondela ( of Boondelkhand ) and an ex-leader of rebel in 1857.

সেই সময়ত কিন্তু ঠগীবিলাকেও নৃশংস হত্যাকাণ্ড কৰিছিল। ঠগীবোৰেই বোধহয় বিন্ধ্যা অঞ্চলৰ ডকাইতৰ পূৰ্বসুৰী। কৰ্ণেল স্লীমেনৰ ১৮২৮ চনৰ ৰিপোৰ্টৰ পৰাই সেয়া বুজিব পৰা যায়। ১৮৩৩ চনত 'সমাচাৰ দৰ্পণ' কাগজৰ ৰিপোৰ্টত লেখা আছিল ১০০ জন ঠগে প্ৰতি মাহত গড়ে ৮০০ জন নিৰীহ মানুহক হত্যা কৰিছিল। ঠগীৰ পিছত আহিছিল চনোৰিয়া, চন্দৰবেদী আৰু কনজৰবা। ইংৰাজৰ ৰেকৰ্ডত কোৰা হৈছিল 'ক্ৰিমিনেল ট্ৰাইবচ'। ইহঁতক শান্ত কৰাৰ কাৰণে বিনামূল্যে মাটি দিয়া হৈছিল। বেছি দিনৰ কথা নহয়, ১৯০৭ চনত নওগাওঁৰ ওচৰৰ পিপৰী গাৱঁত এদল কনজৰক এনে বিনামূল্যত মাটি দিয়া আছে। সেই ঠাই আজিও কনজুৰপুৰা নামে বিখ্যাত।

ইতিহাসৰ পৰা আধুনিক কাললৈ আহিলে প্ৰথমতেই মনত পৰে ঠাকুৰ দেবী সিঙৰ নাম। ঠাকুৰ মানসিঙতকৈ কোনো গুণে তেওঁৰ প্ৰতিপত্তি, খ্যাতি আৰু সন্মান কম নাছিল। আচাৰ্য বিনোৱা ভাবেৰ



হৃদয় পৰিৱৰ্তন আৰু আত্মসমৰ্পণৰ বহু বহু আগতে দেবী সিং আৰু তেওঁৰ লগৰীয়াসকলক লৈ আত্মসমৰ্পণ কৰিছিল। তেওঁলোকক বিজাওৱাৰ জেলত ৰখা হৈছিল। হেণ্ডকাফ আৰু বেড়ী পিন্ধিয়েই দেবী সিং জেল ভাঙি পলাইছিল আৰু তাৰ পিছতেই তেওঁ আৰম্ভ কৰিছিল নৃশংস হত্যা, লুটপাট আৰু অপহৰণৰ অভিযান। শেষ পৰ্যন্ত পুলিচে তেওঁক ধৰিব বা মাৰিব পৰা নাছিল। কিন্তু কৰ্মকৰ্তাসকল দেবী সিঙৰ জেল ভঙা লৈ ইমান ব্যস্ত আছিল যে তেওঁলোকে গমেই পোৱা নাছিল যে তেওঁৰ লগত পলাইছে তেওঁৰ সোঁহাত মূৰত সিং। মূৰত সিঙৰ বয়স তেতিয়া ৪০ বছৰ।

কৰ্তাসকল সচেতন হ'ল তেতিয়াহে যেতিয়া মূৰত সিং বিন্ধ্যা অঞ্চলৰ বিভিষীকা হৈ উঠিল। তেওঁৰ মূৰৰ দাম ঘোষিত হ'ল ৩০,০০০ হাজাৰ টকা।

মূৰত সিঙৰ বাহিৰেও আৰু বহুত ডকাইতৰ দল সৃষ্টি হ'ল— পুৰণ সিং, মৌনী, ৰামসহায়, ছুট্টে ৰাজা, শঙ্কৰ সিং, গজৰাজ সিং, চতুৰ সিং, ৰণমৎ সিং, লালাভাই আৰু ৰামনাৰায়ণ। ছুট্টে ৰজাৰ ভাই চাৰ্লি ৰজা কিছুদিন আগতে পুলিচ এনকাউণ্টাৰত মৃত্যু হৈছিল। চাৰ্লি ৰজাৰ আচল নাম কোনোৱে নেজানে। চাৰ্লি চেপলিনৰ দৰে গোঁফ ৰাখিছিল বাবেই তেওঁৰ নাম চাৰ্লি ৰজা হৈছিল। সকলো সময়তে তেওঁ এখন সৰু অটো চাইকেলত ঘূৰি ফুৰিছিল। সাগৰ পুলিচ ট্ৰেইনিং কলেজৰ মিউজিয়ামলৈ গ'লে সেই অটো চাইকেলখন এতিয়াও দেখিবলৈ পোৱা যায়। অৱশ্যে পুতলীৰ ব্ৰেচিয়াৰো তাতে ৰখা আছে।

১৯৭২ চনত মূৰত সিঙৰ বয়স আছিল প্ৰায় ৬৫ বছৰ। কিন্তু দেখিলে ভাব হয় পঞ্চাশৰ তলত। মোহৰ সিঙৰ দৰে বিৰাট গোঁফ। গোটেই বুন্দেলখণ্ড তেওঁৰ নামত কঁপিছিল। তেওঁৰ ইণ্টিলিজেন্স, পুলিচৰ ইণ্টিলিজেন্সতকৈ বহু বিস্তৃত আৰু কৌশলযুক্ত আছিল। মাত্ৰ ষোল বছৰ বয়সত মূৰত সিঙৰ অপৰাধী জীৱন আৰম্ভ হৈছিল।

লাহে লাহে তেওঁ যেতিয়া তেওঁৰ দল তৈয়াৰ কৰিলে এজন এজনকৈ প্ৰায় পঁচিশজন নৃশংস আৰু দুৰ্ধৰ্ষ ডকাইত তেওঁৰ লগত যোগ দিয়ে। তাৰ ভিতৰত আছিল পূৰণ সিং। ৰাতিপুৱা গধূলি পূৰণ সিঙে পূজা কৰিছিল। কপালত দীঘলকৈ লোৱা তিলক। এদিনাখন তেওঁৰ নাম হৈ গ'ল 'পূজা বাব্বা'। পূজা বাব্বাৰ বিশ্বাস আছিল ভগবান সকলোৰে। ডকাইতৰো। ৰাতিপুৱা আবেলি তেওঁ দুঘণ্টা পূজা কৰিছিল। সেই সময়ত পুলিচ আহিলেও পূজা এৰি উঠা নাছিল। যদিও এনে বিপৰ্যয় তেওঁৰ জীৱনত কেতিয়াও অহা নাছিল।

মৌনী আৰু ৰামসহায়, দুজন ভিন্ন মানুহ। কিন্তু তেওঁলোকৰ দলৰ নাম আছিল মৌনী ৰামসহায় গেঙ। মূৰত সিঙে মোক হাঁহি কৈছিল, "ফিল্ম-মে হোতা হ্যায় না ? দো দো আদমী—লক্ষ্মীকান্ত প্যাৰেলাল, কল্যাণজী-আনন্দজী, শঙ্কৰ-জয়কিষণ। হামনে ভী ওইচা নাম ৰাখ্‌খা 'মৌনী-ৰামসহাৰ।'

ছুট্টে ৰজা কিন্তু মূৰত সিঙৰ জাত-শত্ৰু। মূৰত সিঙৰ বহু আত্মীয় স্বজনক তেওঁ বুন্দেলখণ্ডৰ ভাষাত 'চাফ' ( হত্যা ) কৰিছিল। আৰু শঙ্কৰ সিং ? তেওঁৰ বিষয়েও বহু কাহিনী শুনিবলৈ পোৱা যায়। এবাৰ বোলে এখন বিয়াত শঙ্কৰ সিঙৰ কাৰণে মধ্যপ্ৰদেশৰ এক মন্ত্ৰী এক ঘণ্টা অপেক্ষা কৰিছিল আৰু যেতিয়া শঙ্কৰ সিং আহিছিল তেতিয়া তেওঁ হাতযোৰ কৰি থিয় হৈছিল। ৰাইফল লৈ শঙ্কৰ সিং তেওঁৰ ওচৰত প্ৰায় এঘণ্টা সময় বহি আছিল। চম্বল উপত্যকাত নিজৰ সাফল্যত উৎসাহিত হৈ সৰ্বোদয় কৰ্মকৰ্তাসকল প্ৰাণপণে বুন্দেলখণ্ড এলেকালৈ ডকাইতসকলক আত্মসমৰ্পণ কৰাবলৈ গ'ল। শেঠী চাহেবৰ নিৰ্দ্ধাৰিত শেষ তাৰিখ ১৫ মে' আছিল। তাৰ আগতেই সকলো কৰিব লাগিব। তহচীলদাৰ সিং আৰু লুক্কাও আহিল। ঠিক হ'ল জে. পি আহিব ১০ মে'ত আৰু পাগাৰাৰ ডাক বাংলাতেই তেওঁ ইয়াৰ ডকাইতৰ লগত প্ৰাথমিক আলোচনা কৰিব।



ছতৰপুৰ চহৰৰ পৰা ৩০ মাইল দূৰৈত পাহাৰে আগুৰা মৌনী ডাক বাংলাত সেই আলোচনা হব।

১৫ মে'ৰ এসপ্তাহ আগতে মই ছতৰপুৰলৈ গৈছিলো। জঙ্গল আৰু পাহাৰে আগুৰা অঞ্চল—কেনেকুৱা যেন এক অসহনীয় নিস্তব্ধতা আৰু শান্তি। আকাশ বতাহত কিবা যেন এটি হোৱাৰ লক্ষণ দেখা গৈছিল। ১৫ মে'লৈ কিমান দিনেবা বাকী। কিন্তু তেতিয়াও কোনো সঠিক খবৰ অহা নাছিল ডকাইতসকলে আত্মসমৰ্পণ কৰিবলৈ আহিব নে নাই। কিন্তু মই কিয় ছতৰপুৰলৈ গৈছিলো সেয়া এক অন্য কথা। ভূপালৰ পৰা শেঠী চাহেবৰ হুকুমত এদল সাংবাদিকক ছতৰপুৰলৈ লৈ যোৱা হৈছিল। তাতে বোলে বোৰ্ডাৰ চিকিউৰিটি ফোৰ্চৰ এক্সাৰচাইজ হব। ইয়াৰ পৰাই পুনৰ সূত্ৰপাত হয় সৰ্বোদয় কৰ্মকৰ্তা আৰু শেঠী চাহেবৰ মনোমালিন্য। অঘোষিত যুদ্ধ আৰম্ভ হৈছিল আগতেই। এইবাৰ বোধহয় সমুখ যুদ্ধ হব।

১৫ মে'ত ডকাইতসকলে আত্মসমৰ্পণ কৰাৰ কথা। সেই সময়ত বোৰ্ডাৰ চিকিউৰিটি ফোৰ্চৰ এই এক্সাৰচাইজ জে. পি আৰু সৰ্বোদয় কৰ্মকৰ্তাসকলে মুঠেই ভাল চকুৰে চোৱা নাছিল। শেঠী চাহেবৰ হিংসা আৰু অহিংসাৰ এয়া এক অদ্ভুত সহাৱস্থানৰ প্ৰচেষ্টা। তেওঁলোকে যেতিয়া অহিংসা বাণী লৈ ডকাইতক বুজাবলৈ চেষ্টা কৰিছে, তেতিয়া তেওঁলোকক ভয় দেখুৱাবলৈ এই শক্তি প্ৰদৰ্শনৰ কি যুক্তি থাকিব পাৰে সৰ্বোদয় কৰ্মকৰ্তাসকলে বুজিব পৰা নাছিল।

আনফালে দিনে দিনে অহঙ্কাৰ আৰু দাম্ভিকতাৰে শেঠী চাহাবে ডকাইতসকলক নানাৰকম ধমক দিবলৈ আৰম্ভ কৰিলে—যদি ১৫ মে' তাৰিখৰ ভিতৰত আত্মসমৰ্পণ নকৰে, তেনেহলে তেওঁ চাই লব। যিয়ে নহওঁক, সেইদিনাখন অন্ততঃ কিছু ডকাইতে আত্মসমৰ্পণ কৰিবই লাগিব।

আচল কথা এইবাৰ তেওঁ বিচাৰিছে ডকাইতসকলে তেওঁৰ সমুখত আত্মসমৰ্পণ কৰক, জে. পিৰ ওচৰত নহয়। মানুহখোৱা

বাঘে যেনেদৰে তেজৰ সোৱাদ পাই নেপাহৰে, শেঠী চাহাবেও চম্বলৰ ঘটনালৈ গোটেই পৃথিবীতে জে, পিক লৈ যেনেদৰে হৈ-চৈ আৰম্ভ কৰিছে এইবাৰ যাতে তেওঁক লৈ খবৰ কাগজত তাকেই কৰা হয় সেইটোকে বিচাৰে। যদি জে, পি আৰু সৰ্ব্বোদয় নেতাসকলে ডকাইতক আত্মসমৰ্পণ কৰাব পাৰে তেনেহলে সেয়া পুলিচেও কৰিব পাৰে। শেঠী চাহেবৰ কথা প্ৰায় চেলেঞ্জৰ দৰে হ'ল।

এই টনাটনি, এই অনিশ্চয়তা আৰু পৰস্পৰ বিৰোধী কথা-কামৰ পটভূমিত সৰ্ব্বোদয় কৰ্মসৰ্তাসকল আত্মসমৰ্পন কৰাবলৈ কামত লাগি গ'ল। মই আগতেই কৈছিলো, এই অঞ্চলত সৰ্বোদয়ৰ কোনো প্ৰতিপত্তি নাছিল। ইয়াৰ নেতাবোৰে হয় ডকাইতক সমৰ্থন কৰে, নহলে তেওঁলোকৰ বিৰুদ্ধে শেঠী চাহেবৰ আচৰণত পুলিচৰ কিছুমান কৰ্মকৰ্তাও হতভম্ব। যদি তেওঁৰ দাবী সঁচা হয় তেনেহলে ১৫ মে'ৰ ডেড্ লাইন ( মোৰ এজন বন্ধুৱে হাঁহিৰ ছলেৰে ডেডলাইনৰ অনুবাদ কৰিছিল মৃত্যু-ৰেখা ) পুনৰ বঢ়াই দিয়া নহব। কিন্তু শেঠী চাহেবৰ প্ৰেষ্টিজ ৰক্ষা কৰি ১৫ মে'ত যদি কিছুমান ডকাইতক তেওঁৰ সন্মুখত টোকেন চাৰেণ্ডাৰ কৰোৱা হয়, তেতিয়া হ'লে বিনা দ্বিধাই তেওঁ ডেডলাইন বঢ়াই দিব। কাৰণ তেতিয়া তেওঁ বুকু ফুলাই ক'ব পাৰিব জে, পিয়ে যি কৰিব পৰা নাছিল সেয়া মই কৰিলো! পুলিচ লাগি গ'ল যাতে ১৫ মে'ৰ দিনাখন মুখ্য-মন্ত্ৰীৰ সন্মুখত কিছুমানক টোকেন চাৰেণ্ডাৰ কৰিব পৰা যায়। সৰ্বোদয় কৰ্মকৰ্তাসকলে প্ৰমাদ গণিলে। তেওঁলোকৰ কাম বিশেষ আগবঢ়া নাই। কিন্তু ইয়াৰ ভিতৰত যদি শেঠী চাহেবে জিদ্ ধৰি থাকে তেনেহলে তেওঁলোকৰ কামত যথেষ্ট এক ক্ষতি হ'ব।

কিন্তু ইয়াৰ ভিতৰতে শেঠী চাহেবৰ হুকুমত বোৰ্ডৰ চিকিউৰিটি ফোৰ্চক ছতৰপুৰলৈ এক্সাৰচাইজৰ কাৰণে মতা হ'ল। উদ্দেশ্য অন্য একো নহয়, মাত্ৰ ডকাইতক বুজিবলৈ দিয়া যে তেওঁলোকক উচ্ছেদ কৰাৰ শক্তি মধ্যপ্ৰদেশ পুলিচৰ আছে। যদি তেওঁলোকে



আত্মসমৰ্পণ নকৰে, তেনেহলে মহামান্য গভৰ্ণমেণ্টে বুজা-বঢ়া কৰিবলৈ সাজু আছে। এই বুজা-বঢ়া স্বাধীনতাৰ ২৭ বছৰৰ ভিতৰত কিয় হোৱা নাছিল তাৰ উত্তৰ কোনোৱে নেজানে। ছতৰপুৰ চহৰত ৭ মে' তাৰিখে যি এক্সাৰচাইজ হৈছিল তাৰ প্ৰত্যক্ষ-দৰ্শী মই। মধ্যপ্ৰদেশ চৰকাৰে ভাবিছিল, সেইদিনাখনৰ পুলিচ শক্তি প্ৰদৰ্শনত ডকাইতবোৰ ভয়ত কঁপি উঠিব। কিন্তু ভুল। তেওঁলোকে সমস্ত কথাই হাঁহি উৰুৱাই দিছে। তেওঁলোকে ভালকৈ জানে যে বোৰ্ডাৰ চিকিউৰিটি ফোৰ্চে কেতিয়াও তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰ ( ফায়াৰ পাৱাৰ) মধ্যপ্ৰদেশ চৰকাৰক ডকাইত নিৰ্মূলৰ কামত কেতিয়াও নিদিয়ে। সেয়াও এনে এটা অঞ্চলত, য'ত ১৯৫৭ চনৰ পিছত পুলিচ-ডকাইতৰ মাজত কোনো এনকাউন্টাৰ হোৱা নাই।

বোৰ্ডাৰ চিকিউৰিটি ফোৰ্চে বাংলাদেশৰ স্বাধীনতা যুদ্ধত যি কৰিছিল সেয়া ইতিহাসত সোণালী আখৰেৰে লিখা থাকিব। কিন্তু এই ফোৰ্চে কিয় যে শেঠী চাহেবৰ ফান্দত ধৰা দিলে, মই আজিও বুজিব পৰা নাই। বোৰ্ডাৰ চিকিউৰিটি য'ত খুচী তাতে তেওঁলোকে এক্সাৰচাইজ কৰিব পাৰে। কিন্তু ডকাইতৰ আত্মসমৰ্পণৰ সময়ত সেইটো এক্সাৰচাইজ কৰাটো একেবাৰে উচিত হোৱা নছিল।

৭ মে'ত সেই এক্সাৰচাইজ হৈছিল। ৰাতিপুৱা শুই উঠি দেখো যে হাজাৰ-হাজাৰ নৰ-নাৰী পাহাৰ আৰু জঙ্গলেৰে ঘেৰা এখন পথাৰলৈ গৈছে। গণ্য-মান্য ব্যক্তিক চৰকাৰীভাৱে নিমন্ত্ৰণ জনোৱা হৈছিল এই ফায়াৰ পাৱাৰ চোৱাৰ কাৰণে। এক ঘণ্টাৰ এই শক্তিৰ প্ৰদৰ্শন মইও চাইছোঁ। কাণত তাল মাৰি গৈছিল। চাৰিও-ফালে মাত্ৰ ধুম্ ধুম্ ধুম্ শব্দ—চিক্স পাউণ্ডাৰ, লাইট মিডিয়াম, মেচিনগান, মৰ্টাৰ, হেণ্ড গ্ৰীণেড্—সেয়া এক ৰাজকীয় কাৰবাৰ। ধোঁৱাৰে আকাশ বিয়পি পৰিছিল। হাজাৰ জনতাই দেখিছে আধুনিক অস্ত্ৰ-শস্ত্ৰৰ শক্তি। ৰাতিপুৱাতেই দ্বিগ্বলয় কঁপি উঠিছে এক আচৰিত ৰাঙলী আভাত।

এয়া এক অদ্ভুত বিড়ম্বনা। সেই সময়ত ডিঙিত জাফৰাণী ৰঙৰ স্কাৰ্ফ পিন্ধি জে. পিৰ সৰ্বোদয় কৰ্মকৰ্তাসকলে জঙ্গল আৰু পাহাৰত বগা জীপত উঠি ঘূৰি ফুৰিছে আৰু কৰযোৰে কৈছে,—"হিংসা কা ৰাস্তা ছোড় দো, অহিংসা মে শৰণ লে।"

যেতিয়া বোৰ্ডাৰ চিকিউৰিটি ফোৰ্চৰ গুলিয়াগুলী চলি আছিল তেতিয়া হঠাতে এখন বগা জীপত তহচীলদাৰ আৰু লুক্কা সন্মানিত অতিথিৰ চামিয়ানাৰ সন্মুখত আহি উপস্থিত হলহি। জীপৰ পৰা তেওঁলোক নামিল। শেঠী চাহেবে দৌৰি গৈ তহচীলদাৰ আৰু লুক্কাক সাৱটি ধৰিলে। ঠিক সেই সময়তে এটা চিক্স পাউণ্ডাৰ গৰজি উঠিল। দুয়োজনেই আকাশৰ ফালে চাই দেখিলে ধোঁৱা আৰু ডাঙৰ ডাঙৰ শিলৰ বৰষুণ। তেওঁলোকৰ ভুকু কোঁচ খালে। উচ্চ পদস্থ এজন বিষয়া আহি তেওঁলোকক কিছু সময় চাই যোৱাৰ কাৰণে অনুৰোধ কৰিলে।

"হমে ফুৰচত নহী"—বুলি কৈ তহচীলদাৰ আৰু লুক্কা বগা জীপত উঠি আঁতৰি গ'ল। তেতিয়া চিক্স পাউণ্ডাৰে আকাশ বতাহ বিদীৰ্ণ কৰি গৰজি উঠিছে।

তাৰ পিছত মুখ্যমন্ত্ৰী প্ৰকাশ চন্দ্ৰ শেঠী উঠিল। তেওঁৰ সমুখত হাজাৰ-হাজাৰ জনতা। এয়াতো ৰেদিমেড জনতা। সকলো সময়ততো এই জনতা পোৱা নাযায়? তেওঁৰ বক্তৃতা আৰম্ভ হ'ল। কেৱল মাত্ৰ এবাৰ তেওঁ হাত চাপৰি পালে—যেতিয়া তেওঁ ঘোষণা কৰিলে ডকাইতৰ আত্মসমৰ্পণৰ পিছত হেণ্ডকাফ লগোৱা নহব আৰু তেওঁলোকৰ লগত ভাল ব্যৱহাৰ কৰা হব। কিন্তু যেতিয়া তেওঁ সজোৰে দাবী দি ক'লে যে যদি তেওঁলোকে আত্মসমৰ্পণ নকৰে পুলিচে শেষ কৰি দিব, তেতিয়া জনতা নিস্তব্ধ।

ইয়াৰ তিনিদিন পিছত জে. পি আৰু প্ৰভাৱতী দেৱী ছতৰপুৰলৈ আহিল। তাৰ পৰা পোনে পোনে তেওঁলোক ছতৰপুৰ ডাক বাংলালৈ গ'ল। ডাক বাংলা পাই জে. পিতো অবাক। হাতত ফুলৰ মালা



লৈ বৈ আছে মৌনী-ৰামসহায়। জে. পিৰ ডিঙিত মালা পিন্ধাই মৌনীয়ে ক'লে যে ৰাতি আকৌ মুৰত সিঙক লৈ তেওঁলোক আহিব।

লাহে লাহে মৌনী ডাক বাংলাৰ প্ৰাঙ্গণ মানুহৰ ভিৰত ভৰি উঠিল। মানুহক চন্তালাই ডাঙৰ কথা হৈ পৰিল। সৰ্বোদয় নেতা হেমদেব শৰ্মা আৰু মহাবীৰ সিঙে তেতিয়া জনতাক ইঁহুৱাবৰ কাৰণে চম্বল উপত্যকাৰ ডকাইতসকলে আত্মসমৰ্পণৰ নানা ৰকমৰ মজাৰ গল্প ক'বলৈ আৰম্ভ কৰিলে। মহাবীৰ সিঙৰ গল্প শেষ হোৱাৰ লগে লগে এখন জীপ বিকট শব্দ কৰি আহি ৰ'লহি। জীপৰ পৰা নামি মৌনী-ৰামসহায় জে. পিৰ ফালে আগুৱাই গ'ল। তেওঁলোকে জনালে মুৰত সিং আজি আহিব নোৱাৰে, কাৰণ জ্যোতিষীৰ মতে আজি দিনটো অশুভ। তেওঁ জে. পিৰ লগত দেখা কৰিবলৈ কালিলৈ আহিব।

কিন্তু সেই ৰাতিয়েই দস্যু চৰ্দ্দাৰ শঙ্কৰ সিং আহিছিল। ত্ৰিশ মিনিট সময় আলোচনা কৰি তেওঁ জে. পিক জনালে যে তেওঁ আত্ম-সমৰ্পণ কৰিবলৈ সন্মত আছে, কিন্তু ১৫ মে'ত নহয় ৩১ মে'ত। জে. পি চিন্তাত পৰিল। তেনেহলে শেঠী চাহেবৰ নিৰ্দ্ধাৰিত ডেডলাইনৰ কি হব? ধৰ্মভীৰু মানুহ শঙ্কৰ সিং। তেওঁ ডকাইতি কৰে ঝাঁচী আৰু ললিতপুৰৰ ঘন জঙ্গলত। তেওঁৰ নামত গোটেই অঞ্চল কঁপে। সৰ্বোদয় কৰ্মকৰ্তাসকলে যেতিয়া তেওঁৰ লগত দেখা কৰে তেওঁ বিনা দ্বিধাই আত্মসমৰ্পণ কৰিবলৈ সন্মত আছে। সেইদিনাখন ৰাতি তেওঁ যেতিয়া জে. পিৰ লগত দেখা কৰিবলৈ আহে তেতিয়া তেওঁৰ দলৰ মানুহবোৰে ভয়ত কঁপিছে। তেওঁলোকে হাতযোৰ কৰি কৈছিল তেওঁ যাতে নাযায়, হয়তো ৰাস্তাতে তেওঁক কুকুৰৰ দৰে গুলী কৰি মৰা হব। শঙ্কৰ সিং তেতিয়া উভয় সঙ্কটত—যাব নে নেযাব।

ঠিক সেই সময়তে ঝাঁচীৰ সৰ্বোদয় নেতা উদল সিং আগুৱাই আহিল। লগত তেওঁৰ ২২ বছৰীয়া ল'ৰা। শঙ্কৰ সিঙৰ মানুহৰ

সমুখত অগবঢ়াই দি তেওঁ কৈছিল, কালিলৈ দুপৰীয়াৰ ভিতৰত যদি শঙ্কৰ সিং উভতি নাহে, তোমালোকে মোৰ ল'ৰাক গুলী কৰি মাৰিবা। ইয়াৰ পিছত শঙ্কৰ সিঙৰ জীপ হু হুকৈ মৌলী ডাক-বাংলোলৈ বুলি ওলাই গৈছিল।

পিছদিনাখন মৌলী ডাকবাংলোত এক অভূতপূর্ব দৃশ্য দেখা গ'ল। দুপৰীয়া তীব্ৰ ৰ'দত এখন ট্ৰাক আহি ৰ'লহি আৰু তাৰ পৰা নামিল প্ৰায় পঞ্চাশজন ডকাইত। প্ৰত্যেকৰ কান্ধত ৰাইফল আৰু পিন্ধনত পুলিচৰ ইউনিফৰ্ম। ট্ৰাকৰ পৰা নামি সকলোৱে বাৰাণ্ডালৈ গ'ল--তাত বহি আছিল জে. পি আৰু প্ৰভাৱতী দেৱী। ধীৰ পদক্ষেপেৰে ছ' ফুট ওখ ৬৫ বছৰীয়া মূৰত সিং প্ৰথমতে আগুৱাই আহিল। প্ৰণাম কৰি দুয়োজনৰ ডিঙিত মালা পিন্ধাই একাষত থিয় হ'ল। তাৰ পিছত এজনৰ পিছত এজনে সকলোৱে তাকে কৰিলে।

আৰম্ভ হ'ল ঘণ্টাৰ পিছত ঘণ্টা আলোচনা। ডকাইতে সকলো দায়িত্ব জে. পিৰ ওপৰত দিব খোজে। জে পি তাতে সন্মত নহয়। জ্যোতিষ শাস্ত্ৰত মূৰত সিঙৰ অন্ধ বিশ্বাস। তেওঁ ক'লে, তেওঁ আত্ম-সমৰ্পণত সন্মত আছে, কিন্তু দিনটো হব ৮ জুন নহলে ১৪ জুন। জে. পিয়ে ক'লে, শেঠী চাহেবৰ তাৰিখ ১৫ মে'। ডকাইতসকল তাত সন্মত নহয়। বহু কাম বোলে মূৰত সিঙৰ বাকী আছে। আৰু বাবুজীয়ে যদি খুব জোৰ কৰে তেতিয়া হলে তেৰোঁ শঙ্কৰ সিঙৰ দৰে ৩১ মে'ত আহিব। তাৰ আগতে সম্ভৱ নহয়।

জে. পি শেষ পৰ্যন্ত সন্মত হ'ল। ঠিক আছে ৩১ মে'। তেতিয়া তেওঁ বুজিব পৰা নাছিল যে শেঠী চাহেব ১৫ মে'ত অন্ততঃ টোকেন চাৰেণ্ডাৰৰ কাৰণে ৰীতিমত জিদ ধৰিব।

মোৰ মনত হঠাতে এক সন্দেহে উকি মাৰিলে, আত্মসমৰ্পণৰ ইচ্ছা যদি আন্তৰিক হয়, তেনেহলে ডকাইতসকলে ইমান সময় বিচাৰিছে কিয় ?



সৰ্বোদয় নেতাসকলে মোক বুজাবলৈ চেষ্টা কৰিছিল। এওঁলোক খুব ধৰ্মপৰায়ণ আৰু জ্যোতিষত বিশ্বাসী, সেয়ে এওঁলোকে ইমানকৈ ধৰিছে। এই সৰল ব্যাখ্যা মই আজিও বিশ্বাস নকৰো। আচল কাৰণ আন কিবা আছিল। ডকাইতসকলে সময় বিচাৰিছিল সকলো কাম ঠিক কৰি লবলৈ। জেললৈ যোৱাৰ আগতে তেওঁলোকে আত্মীয়স্বজনৰ লগত দেখা কৰি নিজৰ অগাধ সম্পত্তিৰ এটা ব্যৱস্থা কৰিবলৈ। আৰু বিচাৰিছিল শত্ৰুৰ লগত শেষ হিচাব-নিকাচ। তাৰ উপৰি জঙ্গলৰ ঠিকাদাৰসকলৰ পৰা কোনো কোনো ডকাইতৰ মাহেকীয়া পাওনা খিনি বাকী আছিল। এইবিলাকে আচল কাৰণ আছিল।

জে. পিয়ে বুজিলেও সেই কথা কাকো কোৱা নাছিল। তেওঁ প্ৰতিজ্ঞাবদ্ধ হৈ আছিল। ৩১ মে' মানে ৩১ মে'। "মই তেওঁ-লোকৰ মোটিভ কিয় চাম ? আচল কথা হ'ল তেওঁলোকে আত্ম-সমৰ্পণ কৰিব। ১৫ মে'তে কৰক নাইবা ৩১ মে'তে কৰক, তাতে কি আহে-যায় ? মই তেওঁলোকক কথা দিছো ৩১ মে'।" ইয়াৰ পিছত কোনো যুক্তিতৰ্কৰ প্ৰশ্ন নুঠে। প্ৰাণ জায়ে পৰ বচন না জায়ে --এয়া আছিল তেওঁৰ মূলমন্ত্ৰ। এই হিচাবত সেয়েই ঠিক। সকলোতো তেওঁৰ বচনতেই গঢ়া। ইয়াত কথাৰ মূস্যইতো বেছি। অকল তেওঁৰ কথাৰ ওপৰত নিৰ্ভৰ কৰি ইমানবিলাক দুৰ্ধৰ্ষ ডকাইতে আত্ম-সমৰ্পণ কৰিব আৰু তেওঁ তেওঁলোকৰ কথা নাৰাখিব, এয়া জানো হ'ব পাৰে ?

মুখ্যমন্ত্ৰীয়ে যেতিয়া গম পালে যে ৩১ মে' তাৰিখ, তেতিয়া তেওঁ খঙত জ্বলি-পকি উঠিল। সাংবাদিকক মাতি আনি ক'লে--"নাথিং ডুইং, ফিফটিন্থ মে' ইট্‌ উইল বী। মানে ১৫ মে'ই। লৰচৰ নহব। ও, মই তাৰিখ বঢ়াবলৈ সন্মত আছো যদি ১৫ মে'ত কিছু ডকাইতে অন্ততঃ টোকেন চাৰেণ্ডাৰ কৰে। বাকীসকলে ৩১ মে'ত কৰক।"

জে. পিয়ে যেতিয়া এই খবৰ পালে তেতিয়া তেওঁ শান্ত ভাবে

ক'লে, "নাথিং ডুইং। থার্টি ফাৰ্ষ্ট মে ইট্ উইল বী। ৩১ মে' মানে ৩১ মে'। শেঠী চাহেবে যদি বিচাৰে ১৫ মে'ত টোকেন চাৰেণ্ডাৰ হব লাগে সেয়া তেওঁৰ কথা। ইয়াৰ ভিতৰত মই নাই। ছ্যাট ইজ হিজ বিজনেচ।"

ইমানদিনৰ অঘোষিত যুদ্ধ এইবাৰ সমুখ যুদ্ধত পৰিণত হ'ল। পুলিচৰ কৰ্তাসকলে প্ৰথমতে আচৰিত হৈ গ'লেও পিছত বুজিলে যে তেওঁলোকৰ অন্নদাতা মুখ্যমন্ত্ৰীয়ে জে. পিক সমুখ যুদ্ধত চেলেঞ্জ কৰিছে। তেওঁলোকে তেওঁলোকৰ মুখ্যমন্ত্ৰীৰ সন্মান নবচালে কোনে বচাব? শেঠী চাহেব আৰু তেওঁৰ অফিচাৰৰ কাৰণে ১৫ মে' তাৰিখটো সন্মানৰ প্ৰতীক হৈ উঠিল। ১৫ মে' আৰু ৩০ মে'ৰ মাজত ব্যৱধান মাত্ৰ ১৫-১৬ দিনৰ। ১৫ মে'ত নহয় ৩১ মে'ত আত্মসমৰ্পণ হ'লে এনে কি ক্ষতি হ'লহেঁতেন? একোৱে নহয়। কিন্তু নহয়, আত্মসমৰ্পণ ১৫ মে'ত কৰিব লাগিব। এয়াই হ'ল চৰকাৰী হুকুম। পুলিচ ওৱাৰলেচত খবৰ গ'ল ছত্ৰপুৰ, দামোহ, সাগৰ আৰু পান্না জিলালৈ "যেনেকৈ পাৰা ১৫ মে'ত অন্ততঃ কিছু ডকাইত মুখ্যমন্ত্ৰীৰ সমুখলৈ আত্মসমৰ্পণ কৰিবলৈ আনা।"

এয়া এক অবিশ্বাস্য কথা। যি পুলিচে বছৰৰ পিছত বছৰ ধৰি ডকাইতক মাৰিবৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছিল এতিয়া সেই পুলিচে বনজঙ্গললৈ শান্তিৰ দূত আত্মসমৰ্পণ কৰাৰ ডিউটী সোমালগৈ, জাফৰাণী স্কাৰ্ফ পিন্ধি, বগা ৰঙৰ জীপত সৰ্বোদয় কৰ্মকৰ্তাসকল উভটি আহিল। আৰু ডকাইত বিচাৰি গ'ল পুলিচৰ সৰুবৰ কৰ্মচাৰী। সকলোৰে মুখত একে কথা—নাথিং ডুইং, ফিফটিন্থ মে' ইজ ফিফটিন্থ মে'।

১৫ মে'। ছত্ৰপুৰৰ মেলা ময়দান, লোকে লোকাৰণ্য। শেঠী চাহেবৰ সমুখত ১৯ জন ডকাইতে আত্মসমৰ্পণ কৰিলে। শেঠী চাহেবৰ মুখ হাঁহিত ভৰি উঠিল। মুখেৰে একোকে নক'লে কিন্তু ক'ব খুজিছিল—দেখিলেতো? অকল জে. পিয়ে যে পাৰে এনে নহয়, মইও মিৰাকল কৰিব পাৰো। মধ্যপ্ৰদেশ গভৰ্ণমেণ্টৰ প্ৰতিষ্ঠা সেইদিনাখন ৰক্ষা পৰিল। মেলা ময়দানৰ কিছু দূৰৈৰ গভৰ্ণমেণ্ট কলেজৰ পথাৰৰ পৰা বুকু ফুলাই শেঠী চাহেবে খাজুৰাহো এৰোড্ৰামৰ পৰা হেলিকপ্তাৰত ভূপাললৈ গ'লগৈ।



কিন্তু শেঠী চাহেব ভূপাল পোৱাৰ আগতেই ছত্ৰপুৰ আৰু ওচৰে পাজৰে ভীষণ বিতৰ্ক আৰম্ভ হ'ল। জনৰৱ উঠিল যে ১৫ মে'ত যিসকলে আত্মসমৰ্পণ কৰিছে তেওঁলোক ডকাইত নহয়। সকলো মিছা। তেওঁলোকৰ ভিতৰত কিছুমান অন্যান্য অপৰাধত বিভিন্ন জেলত আজীৱন কাৰাবাসত দিন কটাইছিল আৰু কিছুমানে ফাঁচীৰ কাৰণে অপেক্ষা কৰিছিল। তেওঁলোকক মুক্তি আৰু ফাঁচীৰ হুকুম নাকচৰ প্ৰলোভন দেখুৱা হৈছিল। পুলিচৰ কৰ্মকৰ্তাসকলে ক'লে, মিছা কথা, যিসকলে আত্মসমৰ্পণ কৰিছে তেওঁলোক মূৰত সিং, লালাভাই আৰু ৰামনাৰায়ণৰ ডকাইত দলৰ মানুহ। বহুতেই তাৰ উত্তৰত ক'লে যে এয়া মিছা কথা। এইবোৰ বহু আগতেই দল এৰি পলাই গৈছিল। তেওঁলোকক প্ৰলোভন দেখুৱাই ১৫ মে'ত শেঠী চাহেবৰ ওচৰলৈ অনা হৈছিল। তেওঁলোকে যিবোৰ অস্ত্ৰ-শস্ত্ৰ চাৰেণ্ডাৰ কৰিছে সেইবোৰ বোলে বহুদিন আগতে পুলিচৰ বাজেয়াপ্ত কৰা অস্ত্ৰ-শস্ত্ৰ।

কিয় যে পুলিচৰ কৰ্মকৰ্তাসকলে এই নাটক কৰিলে, আৰু কিয়বা শেঠী চাহেব এই নাটকৰ মুখ্য-ভূমিকাত অবতৰণ কৰিলে সেয়া মই আজিও বুজিব পৰা নাই। এই কিয়ৰ উত্তৰ দিব পাৰে স্বয়ং শেঠী চাহেব আৰু তেতিয়াৰ পুলিচ কৰ্মকৰ্তাসকলে। কিন্তু ১৫ মে'ৰ আত্মসমৰ্পণৰ ৰহস্য কিছুদিন পিছতেই মুকলি হৈছিল। সেইদিনাখন ১৯ জন ডকাইতৰ ভিতৰত আছিল শিৱলাল। ছত্ৰপুৰৰ এডিচনেল ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেট শ্ৰীআৰ পি গুপ্তৰ আদালতত তেওঁক উপস্থিত কৰোৱা হ'ল। তেওঁৰ দোষ, লাইচেন্স নোহোৱাকৈ এটা দুই নলা বন্দুক হাতত আছিল। তেওঁ তেওঁৰ দোষ স্বীকাৰ কৰিছে। মেজিষ্ট্ৰেট চাহেবে তেওঁৰ জাজমেণ্টত ক'লে—

'পুলিচৰ ৰিপোৰ্টত এই কথা ক'তো লেখা নাই যে, শিৱলালে এই বন্দুক কেতিয়াবা বে-আইনী কামত ব্যৱহাৰ কৰিছে। ৰিপোৰ্টত এয়াও লেখা আছে যে অপৰাধী কোনো ডকাইত দলৰ লগত যুক্ত নাছিল নাইবা অপহৰণ বা হত্যাতো যুক্ত নাছিল। অপৰাধীয়ে নিজেই স্বীকাৰ কৰিছে যে, লাইচেন্স নোহোৱাকৈ বন্দুক এটা তেওঁৰ হাতত আছে। গতিকে অপৰাধীক সুযোগ দিয়া উচিত। তেওঁ প্ৰায় এমাহ জেলত আছে। সেই কাৰণে মই তেওঁক কোৰ্ট শেষ নোহোৱালৈকে শাস্তি দিছো আৰু জৰিমণা কৰিছো ২০০ টকা।"

ইণ্ডিয়ান পেনাল কোডত বোধহয় আজিলৈ আৰ্মাচা এক্টৰ অপৰাধত ইমান কম শাস্তি কাৰো হোৱা নাছিল। বাকী সাতজনকো মেজিষ্ট্ৰেটে একে শাস্তি দিয়ে। তেওঁলোক হ'ল গুটলু, গুমনা, মঙ্গল সিং, পুততু সিং, কলৱা, মন্নু আৰু চৰ্দ্দাৰ সিং।

ভৰাৰ বিষয়, যি পুলিচে ডকাইত বুলি তেওঁলোকক মুখ্যমন্ত্ৰীৰ সমুখত আত্মসমৰ্পণ কৰালে সেইসকলেই আদালতত গৈ ক'লে যে তেওঁলোক ডকাইত নহয়। আৰু মধ্যপ্ৰদেশৰ চৰকাৰৰ ছপোৱা বিজ্ঞপ্তিত ওৱাণ্টেড ডকাইতৰ লিষ্টত এই উনৈশজন ডকাইতৰ নামো নাই।

আৰু এটা কথা উঠিব পাৰে। কথা আছিল সকলো ডকাইতৰ কেচ হব গোৱালিয়ৰ চেণ্ট্ৰল জেলত। কিন্তু এই আঠজনৰ ছতৰপুৰত কিয় হ'ল তাৰ ব্যাখ্যা আজিও পোৱা নগ'ল। যিসকলে জাওৰাত এপ্ৰিল মাহত আত্মসমৰ্পণ কৰিছিল তেওঁলোকৰ গোচৰ আৰম্ভ হয় ৮ আগষ্টত। পুলিচৰ কৰ্মকৰ্তাসকলে হয়তো ভাবিছিল ১৫ মে'ৰ আত্মসমৰ্পণকাৰী গোচৰ সোনকালে শেষ কৰি শাস্তি দিব পাৰিলেই শেঠী চাহেবৰ মুখ ৰক্ষা হব। মেজিষ্ট্ৰেট চাহেবে গণ্ডগোল কৰিলে। আঠজনৰ কেচ হ'ল ছতৰপুৰত। বাকী নজনৰ কেচ গোৱালিয়ৰত হোৱা নাই।

১৫ মে'ত শেঠী চাহেবৰ প্ৰেষ্টিজ হয়তো ৰক্ষা পৰিছিল। কিন্তু বুণ্ডেলখণ্ডৰ জনতা ৰুদ্ধশ্বাসে অপেক্ষা কৰিছিল ৩১ মে'ৰ কাৰণে। পুলিচে ভাবিছিল ১৫ মে'ৰ পিছত আৰু কোনো নাহিব। বুণ্ডেলখণ্ডতো চম্বল নহয়। জে, পি হয়তো নিৰাশ হৈয়ে উভতি যাব। জে, পি কিন্তু নিৰ্বিকাৰ। তেওঁৰ এক কথা, "তেওঁলোকে মোক কথা দিছে ৩১ মে'ত আহিম বুলি। মই তেওঁলোকৰ কথা বিশ্বাস কৰিছো। তেওঁলোক যদি আহে ভালেই, যদি নাহে মই উভটি যাম। মোৰ কি?"



জে, পি, ভিতৰি ভিতৰি কিছু বিচলিত হৈ পৰিছিল। ৭ মে'ৰ বোৰ্ডাৰ চিকিউৰিটি ফোৰ্চৰ পাৱাৰ প্ৰদৰ্শন আৰু ১৫ মে'ৰ শেঠী চাহেবৰ সন্মুখত টোকেন চাৰেণ্ডাৰে তেওঁক বেচ চিন্তাত পেলাইছিল। ৭ মে'ৰ শক্তি প্ৰদৰ্শনৰ পিচত তহচীলদাৰ সিং আৰু লুক্কা খণ্ড কৰি চম্বল উপত্যকালৈ উভতি গৈছিল। তাৰ পিচত সৰ্বোদয় কৰ্মীসকল ১৫ মে'ৰ ঘটনা দেখি হতাশ হৈ পৰিছিল। তেওঁলোকে জে. পি'ৰ আদেশত আকৌ গৈ তহচীলদাৰ আৰু লুক্কাক ওভোটাই আনিছিল। মুখ্যমন্ত্ৰীয়ে আকৌ সময় দিলে—ঠিক আছে, ৩১ মে' পৰ্যন্ত সময় দিলো। কিন্তু তাৰ পিচতো যদি আত্মসমৰ্পণ নকৰে তেতিয়া হলে মই চাই লম। একালে মুখ্যমন্ত্ৰীৰ গৰজনি আৰু আনফালে জে. পি'ৰ সন্মানৰ প্ৰশ্ন। সৰ্বোদয় কৰ্মীসকল কামত উঠি পৰি লাগি গল। বহু কষ্ট কৰি পুনৰ তেওঁলোকে ডকাইতৰ লগত সম্পৰ্ক স্থাপন কৰিলে।

২৫ মে'ত ধৰিব পৰা গ'ল যে যদি অঘটন নঘটে তেতিয়াহলে ৩১ মে'ত নিশ্চয়ই ডকাইতসকলে আত্মসৰ্পণ কৰিব।

আৰু এটা বিতৰ্ক আৰম্ভ হ'ল। মুখমন্ত্ৰীৰ ব্যৱহাৰত গম পোৱা গ'ল যে তেওঁ ছতৰপুৰৰ এক বিশেষ এম, এল, এ'ক বেক কৰিছে। তাৰ ফলত স্থানীয় কংগ্ৰেছ নেতাসকলৰ মাজত দলাদলি আৰম্ভ হ'ল। মুখ্যমন্ত্ৰীক ভাল লগাবলৈ কিছুমান কংগ্ৰেছী নেতাই নিৰ্লজ্জৰ দৰে সেই এম, এল, এ'ক ভাল লগাবলৈ লাগি গ'ল। জেলৰ অফিচাৰ সকলে জানিছিল যে এই ভদ্ৰলোকৰ কোনো প্ৰভাব

নাই। যিসকলৰ প্ৰভাৱ আছিল তেওঁলোক জাফৰাণী স্কাৰ্ফ পিন্ধি বগা জীপত পাহাৰ জঙ্গলত ঘূৰি ফুৰিছে।

কিছুদিন পিচত এই বিশেষ এম, এল, এ মহোদয়ৰ পুত্ৰই ভূপালত দুজন ডকাইতক শেঠী চাহেবৰ সন্মুখত আত্মসমৰ্পণ কৰালে। পুলিচৰ এজন ডাঙৰ কৰ্মচাৰীয়ে আনন্দিত হৈ তেওঁক এটা ৰাইফল পুৰস্কাৰ হিচাবে দিলে।

সেই সুপুত্ৰৰ বিৰুদ্ধে এতিয়া কেচ চলিছে। অভিযোগ ? পুৰস্কাৰপ্ৰাপ্ত সেই ৰাইফলেৰে তেওঁ বোলে তিবেতান বোৰ্ডাৰ পুলিচৰ এক কেডেটক ব্যক্তিগত কথা লৈ হত্যা কৰে।

॥ চাৰি ॥

৩১ মে'। চিগাৰেট বিচাৰি ওলাইছো সৰু চতৰপুৰ চহৰত। তেতিয়াও ভালকৈ ৰাতি পুৱাই নাই। কিন্তু এয়া কি ? হাজাৰ হাজাৰ আবাল বৃদ্ধবনিতা চহৰলৈ আহিছে। ওচৰ-পাজৰ গাঁৱৰ পৰা মাজৰাতিৰ পৰাই মানুহ আহিবলৈ ধৰিছে। ছতৰপুৰ চহৰৰ কাৰণে ৩১ মে'ৰ দিনটো আছিল এক স্মৰণীয় দিন। অকল ছতৰপুৰৰ নহয়, সমস্ত বুণ্ডেল খণ্ডৰ এটা স্মৰণীয় দিন।

৩০ তাৰিখেই সকলো ব্যৱস্থা হৈছিল। ছতৰপুৰ জেলত চুণকাম কৰোৱা হৈছিল। নতুন ভি, আই, পি সকল তাত থাকিব। জেলৰ প্ৰত্যেক চেলত য'ত মহামান্য 'বাগী' সকল থাকিব, ফেন লগোৱা হৈছিল। যি সুবিধা সাধাৰণতে ৰাজনৈতিক বন্দীসকলক দিয়া নহয়, সেইসকলক দিয়া হব আনবোৰ সুবিধা। দুপৰীয়াৰ অসহ্য গৰমত ঘণ্টাৰ পিছত ঘণ্টা কাম কৰি মিস্ত্ৰীসকলে সজালে আঠ ফুট ওখ চিমেণ্টৰ মঞ্চ। স্থানীয় কলেজৰ পথাৰত (য'ত আত্মসমৰ্পণ অনুষ্ঠান হব) চাৰিওফালে লোহাৰ বেৰ দিয়া হ'ল। জিলা মেজিষ্ট্ৰেটৰ পক্ষৰ পৰা এক হাজাৰ নিমন্ত্ৰণ পত্ৰ পঠোৱা হ'ল চহৰৰ গণ্য-মান্য ব্যক্তিসকললৈ। ছতৰপুৰ, টিকমগড়, সাগৰ, দামোহ আৰু পান্না জিলাক 'পীচ জোন' ঘোষণা কৰা হ'ল আৰু পুলিচৰ সশস্ত্ৰ বাহিনীক বেৰেকলৈ পঠোৱা হ'ল যাতে ডকাইতসকলে সসন্মানেৰে আত্ম-সমৰ্পণ কৰিব পাৰে।

আত্মসমৰ্পণৰ দুদিন আগতে ছতৰপুৰৰ পৰা ২৫ মাইল দূৰৈত জটাশঙ্কৰ মন্দিৰত মৌনী ৰামসহায়ে এক বিৰাট পূজাৰ আয়োজন কৰিলে। পাঁচ শ জনক খুৱাবৰ কাৰণে বন্দোবস্ত কৰিলে। এই

প্ৰীতি ভোজলৈ স্থানীয় অফিচাৰ সকলো আহিছিল। তেতিয়া সৰ্বোদয় কৰ্মীসকল বন জঙ্গলত ঘূৰি ফুৰিছিল। দুই এটা দলক একোতেই সন্মত কৰাব পৰা নাছিল। ৰণমৎ সিং আৰু ছুটে ৰজাই কোনোমতেই আত্মসমৰ্পণ নকৰে। পূজা বাব্বা যে হঠাতে কলৈ গৈছে কোনোৱে ক'ব নোৱাৰে। কেইটামান দলে আৰু সময় বিচাৰিছে। কিন্তু সেয়া কেনেকৈ সম্ভৱ হব ? মুখ্যমন্ত্ৰীয়েইতো পৰিষ্কাৰ কৰি কৈ দিছে যদি ৩১ মে'ত আত্মসমৰ্পণ নকৰে তেনেহলে তেওঁ চাই লব।

৩১ মে'ত প্ৰখৰ ৰ'দত পুনৰ 'মিৰাকল' হৈছিল, তাৰ প্ৰত্যক্ষদৰ্শী মই। কলেজ পথাৰত বিপুল জনতা ঘণ্টাৰ পিচত ঘণ্টা অপেক্ষা কৰিছে। মিৰাকল চাবলৈ নহয়, হিৰো দৰ্শন কৰাৰ কাৰণে। কোন মূৰত সিং, পুৰণ সিং, মৌনীৰামসহায় আৰু শঙ্কৰ সিং ? তেওঁলোক দেখিবলৈ কেনেকুৱা ? এই প্ৰশ্নই জনতাৰ মনত। তেওঁলোকৰ কাৰণে এই ডকাইতসকল ভগৱান। সেই ভিৰৰ মাজত যে অকল কৌতূহলী জনতাই আছিল সেয়া নহয়, আছিল ডকাইতৰ মাক-দেউতাক, ল'ৰা-ছোৱালী, স্ত্ৰী, ৰক্ষিতা আৰু অন্যান্য আত্মীয় পৰিয়ালো।

জে, পি আৰু প্ৰভাৱতী দেৱী ৰাতিপুৱাৰ প্লেনত দিল্লীৰ পৰা খাজুৰাহোলৈ আহিল। খাজুৰাহোৰ পৰা ছতৰপুৰ ২৮ মাইল পথ তেওঁলোক আহিল এয়াৰ কণ্ডিচন মটৰত। চাৰ্কিট হাউচত যেতিয়া জে, পি উপস্থিত হ'লহি তেতিয়া তেওঁক যেন লাগিছিল শ্ৰান্ত ক্লান্ত মুখত সেই ম্লান হাঁহি। দেখা হোৱাত ক'লে, "ইউ এগেন ? ওৱান ম'ৰ বুক, আই চাপোজ ?"

ক'লো, "মে বী"।

আকৌ চাৰি বজাত চাটাৰ্ড প্লেনত মুখ্যমন্ত্ৰী শেঠী চাহেব আহিল। যিজন শেঠী চাহেবে কৈছিল যে জাউৰাত কোনো কেমেৰামেন নাইবা ৰিপোৰ্টাৰ আহিবলৈ দিয়া নহব, সেই তেওঁৰেই, প্ৰচাৰৰ



মোহত দিল্লীৰ পৰা চাটাৰ্ড প্লেনত ৰিপোৰ্টাৰ আৰু কেমেৰামেন লগত লৈ আহিল। খাজুৰাহোৰ পৰা তেওঁ হেলিকেপ্টাৰত আহি ছতৰপুৰৰ কলেজ পথাৰত নামিলহি। ৰিপোৰ্টাৰ আৰু কেমেৰা-মেন সকলক খাজুৰাহোৰ পৰা ছতৰপুৰলৈ পঠোৱা হল মটৰত, যাক কয় "ব্ৰেক নেক" স্পীডত।

ইয়াৰ কিছু সময় পিচত জাউৰাত মিৰাকেলৰ পুনৰাবৃত্তি হ'ল ছতৰপুৰ কলেজ পথাৰত। ঘন ঘন হাত চাপৰিৰ মাজত বুণ্ডেল-খণ্ডৰ প্ৰায় ৬৫ জন দুৰ্দ্ধৰ্ষ ডকাইতে আত্মসমৰ্পণ কৰিলে জে, পি আৰু শেঠী চাহেবৰ সন্মুখত। তাৰ ভিতৰত আছিল মূৰত সিং, মৌনী-ৰামসহায়। পূজা বাব্বা পুৰণ সিঙৰ দলে আত্মসমৰ্পণ কৰিলে। কিন্তু পূজা বাব্বা নিজে অহা নাই। তেওঁ খবৰ পঠিয়াইছে যে তেওঁ তীৰ্থ দৰ্শন কৰিবলৈ সুদূৰ বদ্ৰীনাথলৈ গৈছে, তাৰ পৰা আহি আত্মসমৰ্পণ কৰিব।

জে. পি আৰু শেঠী চাহেব মঞ্চত বহাৰ পিছতে কেইখনমান বাচ আহি পথাৰত ৰ'লহি আৰু তাৰ পৰাই নামিল কান্ধত দামী ৰাইফল ওলোমাই, পুলিচৰ ইউনিফৰ্ম পিন্ধি ডকাইত চৰ্দাৰ আৰু তেওঁলোকৰ দলৰ মানুহবোৰ।

ডকাইতসকল ছতৰপুৰ চহৰলৈ আগতেই আহিছিল। ৰাতিপুৱাৰ আগতে জটাশঙ্কৰ মন্দিৰত সকলো আহি গোট খাইছিল। তাতে নিজৰ অস্ত্ৰ-শস্ত্ৰ শিৱলিঙ্গৰ সমুখত থৈ পূজা কৰিছিল, তেতিয়াও ৰাতিপুৱা নাই। জটাশঙ্কৰ মন্দিৰ হঠাতে কঁপি উঠিল ৰাইফল আৰু মেচিনগানৰ গুলিৰ শব্দত, মৌনী-ৰামসহায়ৰ দল মন্দিৰলৈ আহিছে, তাৰেই ঘোষণা। তাৰ পিছত আহিল শঙ্কৰ সিং। শঙ্কৰ সিঙৰ খ্যাতি আছিল 'ক্ৰ্যাকশ্বট' হিচাবে। মন্দিৰৰ কাষত এটা কুকুৰ ঘূৰি ফুৰিছিল। দহবাৰ শঙ্কৰ সিঙে গুলী কৰিলে কিন্তু দহবাৰেই কুকুৰৰ গাত নালাগিল। উত্তেজনাত তেওঁৰ হাত তুখন কঁপি উঠিল।

আনুষ্ঠানিক আত্মসমৰ্পণত ডকাইতসকল এজন এজনকৈ মঞ্চৰ

ওপৰলৈ উঠি আহিল। মহাত্মা গান্ধীৰ ফটোৰ সমুখত অস্ত্ৰ থৈ জে. পি আৰু শেঠী চাহেবৰ ভৰি ছুই প্ৰণাম কৰি জনতাৰ সমুখত থিয় হৈছিল। জনতা যেন মঞ্চলৈ ভাঙি আহিব খুজিছে। নমস্কাৰ জনাই ডকাইত চৰ্দাৰসকল মঞ্চৰ পৰা নামি গ'ল তেওঁলোকৰ কাৰণে ৰখা চামিয়ানাৰ তললৈ। প্ৰত্যেকৰ পিন্ধনত পুলিচ ইউনিফৰ্ম আৰু প্ৰত্যেকৰ চকুত চান গ্লাচ। তাৰ পিছত দলৰ লোকসকল আহিছে।

চামিয়ানাৰ তলত আৰু এখন নাটক হৈ আছে। সৰু-বৰ পুলিচ কৰ্মচাৰী আৰু অন্যান্য অফিচাৰসকলে তেতিয়া ডকাইত চৰ্দাৰৰ লগত হাত মিলাইছে। কেমেৰামেন মাতি আনি তেওঁলোকৰ লগত ছবি তুলিছে। কনভেণ্ট শিক্ষাপ্ৰাপ্ত তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰে ডকাইতৰ অটোগ্ৰাফ লোৱাত ব্যস্ত। সেইদিনাখন মাত্ৰ এজন ডকাইতে অটোগ্ৰাফ দিয়া নাছিল। তেওঁ হ'ল বুণ্ডেলখণ্ডৰ নাম্বাৰ ওৱান ডকাইত চৰ্দাৰ মূৰত সিং। কাৰণ তেওঁ লিখিব বা পঢ়িব নাজানে।

কনভেণ্টত পঢ়া এজনী সৰু ছোৱালী নিৰাশ হৈ তেওঁৰ বাপেকক আহি সুধিছিল—"বাট ডেডি, হাউ কেন বি এ লিডাৰ, ইফ হী কাণ্ট চাইন হিজ নেম ?"

বাপেকে একাষৰীয়াকৈ মাতি নি ক'লে,—"মাই ডাৰ্লিং, উই হেভ মেনী লীডাৰচ ইন দিচ কাণ্ট্ৰি হু কাণ্ট চাইন দেয়াৰ নেমচ্। ফৰগেট এবাউট ইট।"

আত্মসমৰ্পণৰ পিছত তেওঁলোকক সেই চামিয়ানাৰ তললৈ লৈ যোৱা হ'ল। তাতে তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰ বাজেয়াপ্ত কৰা হ'ল আৰু তেওঁলোকক কৰা হ'ল 'ফৰমেল এ্ৰেপ্তাৰ'। তাৰ পিছত শেঠী চাহেব হেলিকপ্তাৰত খাজুৰাহোৰ ফালে উৰি গ'ল। আৰু কেইখনমান মটৰত ৰিপোৰ্টাৰ আৰু কেমেৰামেনৰ দলো গুচি গ'ল। কিছু সময় পিছত জে. পি আৰু প্ৰভাৱতী দেৱীও চাৰ্কিট হাউচলৈ গ'লগৈ।

তেওঁলোক যোৱাৰ পিছতেই নানা ৰকম দাবী ডকাইতসকলে



কৰিব ধৰিলে। এজন ডকাইতৰ ৰূপৰ থালত খোৱাৰ অভ্যাস, গতিকে তেওঁক ৰূপৰ থাল লাগে। আন এজনে ক'লে খোৱাৰ আগতে তেওঁক হুইস্কী লাগে। আৰু এজনে জনালে ছতৰপুৰত থকা তেওঁৰ ঘৰত পৰিবাৰৰ সকলোৰে লগত বহি খাবলৈ বিচাৰে। শেষৰ জন আছিল মূৰত সিং। ছতৰপুৰ চহৰৰ মাজতেই তেওঁৰ বিৰাট ঘৰ। মই নাজানো সেই ৰাতি ডকাইতৰ কেইটা দাবী অফিচাৰসকলে মানি লৈছিল। কিন্তু এয়া জানো যে জেলত যোৱাৰ পিছত তেওঁলোকক হুইস্কী দিয়া হৈছিল। অইন নেলাগে কোনোবাই কোনোবাই জেললৈ ছোৱালীও আনিছিল। সেই ৰাতিয়েই কিন্তু ডকাইতসকলক বাচত গোৱালিয়ৰলৈ পঠোৱা হৈছিল। পিছদিনাখন ৰাতিপুৱা মধ্যপ্ৰদেশ চৰকাৰৰ প্লেনত জে. পি আৰু প্ৰভাৱতী দেৱী গোৱালিয়ৰলৈ গুচি গ'ল। যোৱাৰ আগতে কেইমিনিটমান সময় মোৰ লগত কথা হৈছিল—বেচ বুজিব পাৰিছিলো তেওঁ যেন কিবা এটা মনত চেপি ধৰি আছে। এক অনুচ্চাৰিত বেদনা তেওঁৰ বুকুত। কিবা যেন তেওঁ ক'ব বিচাৰিছে কিন্তু ক'ব পৰা নাই। তেওঁৰ চকুৰে মুখে গভীৰ বেদনাৰ ছাপ।

পিছদিনাখন সেয়া পানীৰ দৰে পৰিষ্কাৰ হৈ গ'ল। সেইদিনা ১ জুন। গোৱালিয়ৰলৈ জে. পিৰ সমুখত আত্মসমৰ্পণ কৰিবলৈ আহিল মালখান সিং। সেই অনুষ্ঠানত জে. পিৰ হৃদয়ৰ সমস্ত যাতনা, বেদনা আৰু মনঃপীড়া উপচি পৰিল। ওচৰত বহি শেঠী চাহেবে সকলো শুনিলে। জে. পিৰ বক্তৃতাত সেইদিনাখন দ্বেষ বা খং নাছিল। আছিল বেদনা আৰু ভগ্নহৃদয়ৰ কান্দোন।

"যি হৈছে, মই আগতেও কৈছো, আজিও কওঁ, সকলো ভগবানৰ ইচ্ছাত। মোৰ কোনো কৃতিত্ব ইয়াত নাই। 'বাগী' ভাইসকলে মোক কৈছিল, মোৰ ওপৰত আছে তেওঁলোকৰ আস্থা আৰু বিশ্বাস। যদি মই ইয়াৰ ভিতৰত থাকো তেতিয়াহে তেওঁলোকে আত্মসমৰ্পণ কৰিব। তেওঁলোকৰ এই বিশ্বাসে মোক

ইয়ালৈকে টানি আনিছে। এই মিৰাকেল অকল ভাৰতবৰ্ষতে সম্ভৱ। "এই কথা মই কৈছো, শেঠী চাহেবে কৈছে আৰু কৈছে সকলো বিদেশী সাংবাদিকসকলে।"

"শেঠী চাহেবৰ কথা মই বুণ্ডেলখণ্ডলৈ গৈছিলো। মই তাৰ সমস্যা সম্বন্ধে একোকে জনা নাছিলো। মই যদি ঘুণাক্ষৰেও তাৰ ৰাজনীতি নাইবা সৰ্বোদয় আন্দোলনৰ দুৰ্বলতা সম্বন্ধে জানিলো-হেঁতেন তেতিয়া মই কোনোমতে তালৈকে নগ'লোহেঁতেন। তাত যি হৈছে মই খুব দুখ পাইছো। যি হৈছে ভৱিষ্যতে ভাল ফল নহব। এটা কথা মই পৰিষ্কাৰ কৰি দিব খোজো। মই কেতিয়াও পুনৰ কোনো ডকাইতৰ আত্মসমৰ্পণ অনুষ্ঠানত অংশ গ্ৰহণ নকৰো। ছতৰপুৰৰ পৰিবেশ আছিল অদ্ভুত। সকলোৰে শেষত দেখা দিলে—জয়প্ৰকাশ নাৰায়ণ বনাম শ্ৰীশেঠী।"

"মই নিজেই মোৰ ডাক্তৰসকলৰ পৰামৰ্শ অনুযায়ী শেঠী চাহেবক জনাইছিলো যে মই আহিব নোৱাৰিম। মোৰ সলনি তেওঁৰেই যেন ৩১ মে'ৰ অনুষ্ঠানত পৌৰোহিত্য কৰে। বাগী ভাই-সকল তাতে সন্মত নাছিল। মই এয়াও জানিছিলো ৩১ মে'ৰ অনুষ্ঠান যদি বিফল হয় তেনেহলে ১ জুনৰ পৰা শেঠী চাহেবৰ হুকুমত আকৌ পুলিচ অপাৰেচন আৰম্ভ হব। আৰু যদি সেয়াই হ'লহেঁতেন আমি ইমান দিনে যি কৰিছিলো সকলো নিঃশেষ হ'লহেঁতেন। তথাপিও হৃদৰোগত পীড়িত হোৱা সত্বেও মই ছতৰপুৰলৈ গৈছিলো। কিন্তু এই শেষ। মই পুনৰ নাহো। ইয়াৰ পিছতো যদি আত্মসমৰ্পণ হয় সেয়া হব শেঠী চাহেবৰ সমুখত। মই পুনৰ ইয়াৰ মাজত নাই। ১ জুনৰ পৰা পুলিচ অপাৰেচন আৰম্ভ যদি হয় হওঁক। যদি চৰকাৰে বিচাৰে যে চম্বল আৰু বুণ্ডেলখণ্ডত তেজৰ নৈ বোৱাব খোজে তেওঁ-লোকে তাকে কৰক। যদি কোনোবাই আত্মসমৰ্পণ কৰিব বিচাৰে তেওঁক শেঠী চাহেবৰ ওচৰলৈ পঠিয়াই দিম। শেঠী চাহেবে আলিঙ্গন কৰে নে ফাঁচি কাঠত দিয়ে সেয়া তেওঁৰেই ঠিক কৰিব।



"মই খুব সাধাৰণ মানুহ। মোৰ লগত বাবা বিনোৱাভাবেৰ কোনো তুলনাই নহয়। কিন্তু মই ডকাইতক 'হিৰো' কৰিছো, এই অভিযোগ মই পুনৰ সহ্য কৰিব নোৱাৰা হৈছো। ৫ মে'ত শেঠী চাহেবে সেই কথাই কৈছিল। মই পৰিষ্কাৰ ভাবে ক'ব খোজো, যিসকল আমাৰ আশ্ৰয় বিচাৰি আহে তেওঁলোকক আমি আলিঙ্গন কৰিব বিচাৰো। সেই মুহূৰ্তৰ পৰা তেওঁলোক আমাৰ ওচৰত ডকাইত নহয়। আমি কোনো ডকাইতক এই আশ্বাস দিয়া নাছিলো যে তেওঁলোকৰ বিৰুদ্ধে আইনমতে কোনো কেচ নহয়। আমি নাইবা ডকাইতসকলেও কেতিয়াও ক্ষমা ভিক্ষা কৰা নাছিল। তেওঁ-লোকৰ মাত্ৰ এটা দাবীয়েই আছিল যে তেওঁলোকৰ যাতে ফাঁচি নহয়। তাৰ উপৰি তেওঁলোকে কৰা অতীতৰ পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ সন্মত আছে। তেওঁলোকৰ ভয় আছিল অতীতত দেৱী সিং, পূৰণ সিঙৰ ওপৰত পুলিচে যি অমানুষিক অত্যাচাৰ কৰিছিল তাৰে যেন পুনৰাবৃত্তি নহয়, সেই ভয়তেই তেওঁলোকে ইমানদিনে আত্ম-সমৰ্পণ কৰা নাছিল। তেওঁলোকে বিচাৰিছিল তেওঁলোকক যেন পুলিচৰ হাতত নিদি পোনে পোনে জেললৈ পঠিয়ায়। আমি তেওঁ-লোকক 'হিৰো' কৰা নাই। আমি তেওঁলোকক ভাই বুলিছো।"

"মই নিজে মূৰত সিঙলৈ লিখিছিলো তেওঁ কাৰ সমুখত আত্ম-সমৰ্পণ কৰে সেয়া ডাঙৰ কথা নহয়, তেওঁ যেন ভাবে যে তেওঁ সৰ্বশক্তিমান ঈশ্বৰৰ ওচৰত আত্মসমৰ্পণ কৰিছে। কোনোৱে ডকাইত হৈ জন্ম গ্ৰহণ কৰা নাই। শ্ৰীকে. চি. পন্থক (তেতিয়াৰ কেন্দ্ৰৰ স্বৰাষ্ট্ৰ ৰাজ্যমন্ত্ৰী) সুধিছিলো বিনোৱাভাবেৰ সমুখত যি ডকাইত-সকলে আত্মসমৰ্পণ কৰিছিল তাৰে কেইজনে জেলৰ পৰা ওলাই পুনৰ দস্যুবৃত্তি আৰম্ভ কৰিছিল? তাৰ উত্তৰ আছিল, 'এজনো নহয়।' কিন্তু মই যেতিয়া প্ৰশ্ন কৰিছিলো, এই ডকাইতবোৰৰ বাহিৰে যিবোৰ ক্ৰিমিনেল আজীৱন কাৰাবাসৰ দণ্ডেৰে দণ্ডিত হৈছিল তেওঁলোকৰ মাজৰ কোনোবাই মুক্তি পাই পুনৰ 'লাইফ অৰ

ক্ৰাইম'লৈ উভতি যোৱা নাইনে ? এই প্ৰশ্নৰ উত্তৰ তেওঁ দিব পৰা নাছিল। কাৰণ বহু ক্ৰিমিনেলেই তেওঁলোকৰ অতীত জীৱনলৈ উভতি গৈছে। আজিৰ ভাৰতবৰ্ষৰ জেলতে ক্ৰিমিনেল বনোৱাৰ কাৰখানা।"

"আমি ডকাইতক হিৰো কৰা নাই। ভাই হিচাবে, মানুহ হিচাবে গ্ৰহণ কৰিছো। আৰু মোৰ স্ত্ৰীয়ে তেওঁলোকক তিলক পিন্ধাই দিছে আৰু হাতত বান্ধি দিছে ৰাখী। যদি মই কোৱাটো মোৰ দোষ নহয় বহু ডাঙৰ অফিচাৰৰ স্ত্ৰীয়েও তেওঁলোকৰ হাতত ৰাখী বান্ধি দিছে। এয়াতো মনুষ্যত্বৰ দাবী। মোৰ এইবোৰ কথাত যদি শেঠী নাইবা ইন্দিৰা গান্ধীয়ে খং কৰে, মই খাতিৰ নকৰো। মই মানিব নোখোজো ইয়াত কিবা মিৰাকেল হৈছে। মই যাদুকৰ নহওঁ। মই কোনো মেজিক দেখুৱা নাই। যি কিবা হৈছে সেয়া 'তেওঁৰ' ইচ্ছাত—মইতো বেহড়, জঙ্গল নাইবা পাহাৰলৈ যোৱা নাই। বাগীসকলে নিজে মোৰ লগত দেখা কৰিবলৈ আহিছে প্ৰথমতে পাগাৰা তাৰ পিছত মৌলী ডাকবাংলালৈ। মইতো সকলো সময়তে কৈছো যে শেঠী চাহেব আৰু তেওঁৰ অফিচাৰৰ সাহায্যৰ বাহিৰে একোৱে সম্ভৱ নহয়। কিন্তু শেঠী চাহেবে জনা উচিত যে তেওঁৰ পুলিচ বাহিনীত এনেকুৱা কিছুমান মানুহ আছে যিসকলৰ এই ডকাইতি সমস্যাত স্বাৰ্থ নিহিত আছে। তেওঁলোকে খুব চেষ্টা কৰিছিল যাতে আমি বিফল হওঁ। কাৰণ আমি সাফল্য লাভ কৰিলে তেওঁলোকৰ দোকানদাৰী বন্ধ হব। পুলিচ আৰু মিলিটাৰীৰ কিছু মানুহে অস্ত্ৰ বিক্ৰীৰ ব্যৱসায় কৰে। তেওঁলোক এই এলেকাৰে মানুহ। তেওঁলোকে লুণ্ঠিত সম্পত্তিৰো কিনা-বেচা কৰে। সেই কাৰণে তেওঁলোকে এনে এটা অৱস্থাৰ সৃষ্টি কৰে যাতে কোনোদিন এই সমস্যাৰ সমাধান নহয়। আমি সাফল্য লাভ কৰিলে তেওঁলোকৰ ব্যৱসায় চাঙত উঠিব।"

"শেষত পুনৰ ক'ব খোজো মই অত্যন্ত সাধাৰণ মানুহ। মোৰ



শক্তিও নাই, বলো নাই। কিন্তু শেঠী চাহেবতো বিৰাট মানুহ। তেওঁ ভাৰতৰ আটাইতকৈ ডাঙৰ ৰাজ্যৰ মুখ্যমন্ত্ৰী। তেওঁৰ আছে শক্তি, পুলিচ আৰু অন্যান্য বহুতো কিবা। মই তেওঁৰ ওচৰত একোৱে নহয়।"

আজি স্বীকাৰ কৰাত লাজ নাই যে সেইদিনাখন জে. পিৰ বক্তৃতা শুনি মই অভিভূত হৈ পৰিছিলো। সকলো কথা কোৱা সত্বেও ক'তো কটুতা নাই। কথাত খং বা দ্বেষৰ লেশও নাই। এনেকুৱা কঠিন সত্য আৰু ইমান মধুৰ আৰু নম্ৰ ভাবে যে ক'ব পৰা যায় মই নাজানিছিলো। মোৰ সাংবাদিক জীৱনত জনা সকলো 'চিনিজিম' নিমিষতে নিঃশেষ হৈ গ'ল। অকল ময়েই নহয় বহু বিদেশী সাংবাদিকো অভিভূত হৈ পৰিছিল। বক্তৃতাৰ অনুবাদ শুনাৰ পিছত চকু পানী মচি মোক ক'লে, "হোৱাই এ মেন। হোৱাট হিউমিলিটি।"

পিছদিনাখন শেঠী চাহেব ভূপাললৈ উভটি গ'ল। পিছদিনাখন যেতিয়া বাতৰি কাকতত জে, পি-ৰ বক্তৃতা 'কোল্ড প্ৰিণ্ট'ত দেখিলে তেতিয়া তেওঁতো খঙত জ্বলি উঠিল। তেওঁ সুযোগ বিচাৰিব ধৰিলে কেনেকৈ বা ক'ত জে. পি.-ক দহোটা কথা শুনাব পাৰে। সেই সুযোগ আহিল এমাহ দহ দিন পিছত, ১০ জুলাই, যেতিয়া ডকাইত চৰ্দাৰ ছুটেৰজা আৰু ধনীৰামক ভূপাললৈ অনা হ'ল মুখ্যমন্ত্ৰীৰ সন্মুখত আত্মসমৰ্পণ কৰিবলৈ। এওঁলোকে কিন্তু আগদিনাখন অফিচাৰৰ সন্মুখত আত্মসমৰ্পণ কৰিছিল। সেই অনুষ্ঠানত মই উপস্থিত নাছিলো। মোৰ মনত নপৰে সেইদিনাখন মই ভূপালত আছিলো নে বোম্বাইলৈ গৈছিলো। কিন্তু মোৰ বিশিষ্ট বন্ধু টাইমচ্ অফ ইণ্ডিয়াৰ বিশেষ প্ৰতিনিধি শ্ৰীভামন তামন্ যোশী উপস্থিত আছিল সেই অনুষ্ঠানত। পিছত তেওঁৰ লগত দেখা কৰি সুধিলো—"যোশী চাহেব, কি হৈছিল সেইদিনা ?"

"কি আৰু হব। ইট ওৱাজ অল এ ফাৰ্চ।" যোশীয়ে ক'লে।

"কিন্তু শেঠী চাহাবে কি ক'লে ?"

"শেঠী চাহেবে কৈছিল যে জে. পি. আৰু সৰ্বোদয় কৰ্মীসকলে ব্ৰীচ অৱ ট্ৰাষ্ট কৰিছে—তেওঁলোকে পুলিচক হেয় কৰি সকলো কৃতিত্ব নিজে লৈছে। তেওঁলোকে পাহৰি গৈছিল যে পুলিচ আৰু চৰকাৰী সাহায্য বিনে আত্মসমৰ্পণ কেতিয়াও সফল হব নোৱাৰে।"

"তাৰ পিছত ?"

"তাৰ পিছত শেঠী চাহেবে সেইবোৰ কামেই কৰিলে যিহৰ কাৰণে তেওঁ সৰ্বোদয় কৰ্মীক দোষ দিছিল। তেওঁ ছুট্ৰেৰজা আৰু ধনীৰামক ধন্যবাদ দিলে। তেওঁলোকৰ পিঠিত চপৰিয়াই তেওঁলোকৰ লগত ফটো উঠিলে। তেওঁলোকে শেঠী চাহেবৰ ভৰিত ধৰি প্ৰণাম কৰিলে। সেই আগৰ দৰেই পুনৰাবৃত্তি মাত্ৰ।"

"কিন্তু শেঠী চাহেবে ক'লে কি ?"

"প্ৰায় নব্বৈ মিনিট শেঠী চাহেবে বক্তৃতা দিছিল। তেওঁ অপৰাধ আৰু শাস্তি সম্বন্ধে বহু ডাঙৰ ডাঙৰ কথা ক'লে। তেওঁ জনালে ডকাইত চৰ্দাৰ শোবৰণ সিঙে এতিয়াও আত্মসমৰ্পণ কৰা নাই। কাৰণ তেওঁ এতিয়াও কিছুমান ধনী মানুহৰ পৰা কেইলাখমান পোৱা টকা আদায় কৰিব লগা আছে। এতিয়া চৰকাৰে কি কৰিব ? অৱশ্যে তেওঁ এই কথা কোৱা নাই যে সৰ্বোদয় কৰ্মীয়ে চৰকাৰক শোবৰণ সিঙৰ টকা আদায়ত সাহায্য কৰিব কৈছে। তেওঁ ক'লে যে দাবী আহিছে যে ডকাইতৰ মোকৰ্দমা তুলি লোৱা হওঁক। কিন্তু কোনে এই দাবী জনাইছে, সেয়া তেওঁ কোৱা নাই।"

"প্ৰেছ সম্বন্ধে তেওঁ কি ক'লে ?" মই সুধিছিলো।

"শ্ৰীশেঠীয়ে ক'লে ডকাইতক হিৰো কৰা হৈছে। বাতৰি কাকতৰ ৰিপোৰ্টাৰ, কেমেৰামেন আৰু বি. বি. চি-ৰ মানুহক মতা হৈছিল। এয়া দিল্লীত কৰা চুক্তিৰ বিৰুদ্ধে য'ত জে. পি.-য়েও চহী কৰিছিল। সৰ্বোদয় কৰ্মীসকলে এইবোৰ বিদেশী সাংবাদিকৰ ডিঙিত জাফৰাণী স্কাৰ্ফ পিন্ধাই আমাৰ অজানিতে নিজৰ দললৈ টানি নিছে। আৰু



তেওঁলোকে সকলো ডকাইতৰ ছবি তুলিছে। আদালতত এওঁলোকৰ চিনাক্তকৰণত চৰকাৰৰ খুব অসুবিধা হ'ব। জে. পি.-ৰ তুলনাত তেওঁ একোৱেই নহয়। কিন্তু এই বিতৰ্ক যেতিয়া উঠিছে, তেতিয়া তেওঁ মুখ্যমন্ত্ৰী হিচাবে ৰেকৰ্ড ঠিক কৰিব খোজে। চৰকাৰে তেওঁলোকক সকলো ধৰণৰ সাহায্য কৰিছে। তেওঁলোকে যি বিচাৰিছে তাকে পাইছে। কিন্তু সৰ্বোদয়ীসকল প্ৰচাৰত বিশ্বাসী, সেইকাৰণে যেই সেই কথা কৈছে। তেওঁ এইকাৰণে দুঃখীত যে জে. পি.-ৰ দৰে মহান নেতা এইবোৰ মানুহৰ হাতৰ পুতলা হৈছে। তেওঁৰ আৰু দুখ যে জে. পি.-য়ে প্ৰধানমন্ত্ৰীক চেলেঞ্জ কৰি কৈছে—কোনো ঘটনাৰ প্ৰচাৰ বন্ধ কৰাৰ কি ক্ষমতা আছে প্ৰধান মন্ত্ৰীৰ ?" যোশীয়ে ক'লে।

মোৰ আৰু এজন বন্ধু হিন্দুস্থান টাইমৰ শ্ৰীএচ. এন. খান্নাই এই প্ৰসঙ্গত শেঠী চাহেবৰ বক্তৃতাৰ আৰু কিছু অংশ শুনালে। শেঠী চাহাবে কৈছিল .৪ এপ্ৰিলৰ আত্মসমৰ্পণৰ অনুষ্ঠানত মোক পঠাবলৈ পৰামৰ্শ দিয়া হৈছিল, কাৰণ ডকাইতবোৰে অস্ত্ৰ-শস্ত্ৰ লৈ আহিব। মই কিন্তু মোৰ প্ৰাণ হাতত লৈয়ে গৈছিলো। কিন্তু যেতিয়া জে. পিয়ে মোহৰ সিং আৰু মাধো সিঙক আলিঙ্গন কৰিছিল, মই বেচ অপ্ৰস্তুত হৈ পৰিছিলো।

যেতিয়া ডকাইতসকলে মৌলী ডাকবাংলাত ১১ মে'ত জে. পি.-ৰ লগত দেখা কৰে তেতিয়া তেওঁ তেওঁলোকক ১৫ মে'ত আত্মসমৰ্পণ কৰিবলৈ বাৰণ কৰে। অজুহাত আছিল যদি ডকাইতসকলে একেলগে আত্মসমৰ্পণ নকৰে তেনেহলে তাৰ কোনো মানেই নহয়। মই নিজে তেওঁক ১৫ মে'ৰ টোকেন চাৰেণ্ডাৰৰ কথা জনাইছিলো। জে. পি, ১৫ ৰ পৰা ৩১ মে'লৈ ভুল উপদেশ পাই সময় বঢ়াই দিছিল। যদি মই সময় বঢ়াই দিলোহেঁতেন সেয়া গভৰ্ণমেণ্টৰ প্ৰতিষ্ঠাৰ প্ৰতিকূল হ'লহেঁতেন, আৰু ডকাইত শেষ কৰাত মই বহু বেছি ফোৰ্চ ব্যৱহাৰ কৰিব লগা হ'লহেঁতেন। সেই কাৰণে ১৫ মে'ত টোকেন চাৰেণ্ডাৰ কৰোৱা হৈছিল। সেয়া যে ভুৱা আছিল, সেয়া অত্যন্ত বাজে কথা।"

শেঠী চাহেবৰ খং কিন্তু তেতিয়াও দমা নাছিল। যেতিয়াই তেওঁ সুযোগ পাইছিল তেতিয়াই তেওঁ সৰ্বোদয় কৰ্মীসকলক হেয় প্ৰতিপন্ন কৰিব খুজিছিল। গোৱলিয়ৰৰ পৰা সৰ্বোদয় নেতা শ্ৰীসুব্বাৰাও শেঠী চাহেবক বুজাবলৈ আহিছিল। তেওঁ তেওঁৰ লগত দেখাও নকৰিলে।

শ্ৰীসুব্বাৰাওয়ে সাংবাদিকক ক'লে—"আমি কেতিয়াও ডকাইতৰ আত্মসমৰ্পণৰ কৃতিত্বৰ দাবী নকৰো। ইমান তৰ্ক-বিতৰ্ক হোৱাৰ পিছতো আমি চৰকাৰ আৰু শেঠী চাহেবৰ ওচৰত সাহায্য ভিক্ষা কৰিম যাতে আৰু আত্মসমৰ্পণ হয়।"

আপোনালোকৰ ওপৰত যি বিশ্বাস ভঙ্গৰ অভিযোগ মুখ্যমন্ত্ৰীয়ে আনিছে, এই সম্বন্ধে আপোনাৰ কি কৰিবলগীয়া আছে? —কোনোবা এজনে সুধিলে।

"শেঠী চাহেবে কি কৈছে বা নকৈছে তাতে উত্তেজিত হৈ মই একোকে নকওঁ।" নিৰ্বিকাৰ ভাবে হাফপেণ্ট আৰু চাৰ্ট পিন্ধা বহু-ভাষী শ্ৰীসুব্বাৰাওৱে কৈছে।

সুদূৰ বদ্ৰীনাথৰ পৰা তীৰ্থ কৰি উভটি আহিছে পূজা বাব্বা ওৰফে পূৰণ সিং। তেওঁ নিজৰ কথামতে, উভতি আহি ছতৰপুৰৰ অফিচাৰৰ সন্মুখত আত্মসমৰ্পণ কৰিছিল। আকৌ সেই প্ৰচাৰৰ মহিমা। পূজা বাব্বাক আনিবলৈ মধ্যচৰকাৰৰ প্লেন ভুপালৰ পৰা ছতৰপুৰলৈ গ'ল। প্লেনত উঠাৰ আগতে পূজা বাব্বাই ক'লে যে কোনো পুলিচৰ মানুহ যদি তেওঁৰ লগত যায় তেনেহ'লে তেওঁ নাযায়। পিছত তেওঁ ক'ব নোৱাৰাকৈ এক পুলিচ অফিচাৰ পুলিচৰ ড্ৰেচ নিপিন্ধাকৈ ভুপাললৈ তেওঁৰ লগত আহিল। কিন্তু এইবাৰ আত্মসমৰ্পণ শেঠী চাহেবৰ ঘৰত নহ'ল, হ'ল ভুপালৰ ৰবীন্দ্ৰ ভৱনত। শান্তিৰ পূজাৰী গুৰুদেৱৰ আত্মা হয়তো সেইদিনাখন এই নিৰ্দয় ডকাইতৰ আত্মসমৰ্পণত কঁপি উঠিছিল। সুখৰ কথা এই যে অনুষ্ঠানত শেঠী চাহেবে জে. পি. নাইবা সৰ্বোদয় কৰ্মীক গালি-শপনি পৰা নাছিল।



কিমানদিন মনে মনে থাকিব তেওঁ? কেইদিনমান পিছত মধ্য-প্ৰদেশ বিধান সভাত তেওঁ হুঙ্কাৰ দি ক'লে, "যদি জয়প্ৰকাশজীয়ে আমাৰ নেতা শ্ৰীমতী গান্ধীৰ বিৰুদ্ধে এটা কথাও কয়, মই এবাৰ নহয় এশবাৰ তেওঁৰ সমালোচনা কৰিম।"

কিন্তু হঠাতে শেঠী চাহেবৰ এই উক্তি কিয়? বাঙ্গালোৰৰ এক চেমিনাৰত জে. পি. উল্লেখ কৰিছিল এক ব্যক্তিৰ হাতত সমস্ত ক্ষমতা একত্ৰিত কৰাৰ কথা। মধ্যপ্ৰদেশ বিধান সভাত শেঠী চাহেবৰ বক্তৃতাৰ পিছত কংগ্ৰেছ বেঞ্চৰ পৰা হাত চাপৰি পাইছিল।

এজন সমাজবাদী এম. এল. এ-ৰ প্ৰশ্নত আৰু খঙৰ কোবত শেঠী চাহেবে ক'লে, "চব বাজে কথা। আমাৰ পুলিচৰ হেচাতেই ডকাইতে আত্মসমৰ্পণ কৰিছে। মোহৰ সিঙকতো প্ৰায় শেষ কৰিয়েই পেলাইছিলো।"

জে. পিয়ে কোনো উত্তৰ দিয়া নাই। কিন্তু সুদূৰ পাওনাৰ আশ্ৰমৰ পৰা বাবা বিনোৱা ভাবে মধ্যপ্ৰদেশ চৰকাৰক "টু মাচ কণচাৰ্ণ উইথ প্ৰেষ্টিজ" লৈ তিৰস্কাৰ কৰিলে। গুজৰাটৰ গভৰ্ণৰ শ্ৰীনাৰায়ণ আগৰ-ৱালাক তেওঁ ক'লে যে যদি মধ্যপ্ৰদেশ চৰকাৰৰ এনে ব্যৱহাৰ হৈ থাকে তেনেহ'লে শেষ হব খোজা ডকাইতি সমস্যা আকৌ দপ কৰি জ্বলি উঠিব। সৰ্বোদয়ীৰ অক্লান্ত পৰিশ্ৰমৰ ফলত প্ৰায় ৪০০ ডকাইতৰ আত্মসমৰ্পণৰ পিছত চৰকাৰৰ মনোভাব সলনি হৈছে—কাৰণ প্ৰেষ্টিজত লাগিছে। চৰকাৰৰ মনোভাব যদি সলনি নহয় চম্বলত পুনৰ নতুন ডকাইতৰ সৃষ্টি হব।

জে. পি.-ক সমৰ্থন কৰাৰ সাহস দেখুৱালে এজন মাত্ৰ কংগ্ৰেছ এম. এল. এ। তেওঁ হ'ল শ্ৰীসত্যেন্দ্ৰ প্ৰসাদ মিশ্ৰ। স্বনামধন্য কংগ্ৰেছ নেতা আৰু তেতিয়া ইন্দিৰা গান্ধীৰ বিশ্বাসভাজন পণ্ডিত দ্বাৰকা প্ৰসাদ মিশ্ৰৰ ভায়েক। তেওঁ ক'লে যে শেঠী চাহেবে যদি জে. পি-ৰ ভৰিৰ ধূলিও কপালত লবৰ সুযোগ পায় তেনেহ'লে তেওঁ নিজকে

ধন্য মানিব। জে. পি-ৰ বিৰুদ্ধে শেঠী চাহেবৰ একপক্ষীয় বক্তৃতা অভিযানে তেতিয়া দেশৰ বহুতকেই আকৃষ্ট কৰিছে। ভাৰতৰ সকলো কাগজৰ সম্পাদকীয়ৰেই শেঠী চাহেবৰ কটু সমালোচনা হৈছিল। ইণ্ডিয়ান এক্সপ্ৰেছ, টাইমচ অব ইণ্ডিয়া, হিন্দুস্থান টাইমচ, ষ্টেটচমেন —সকলোতেই তেওঁৰ সমালোচনা ওলাল। বম্বেৰ প্ৰায় দহ বাৰজন বিখ্যাত লিখক, ট্ৰেডইউনিয়নিষ্ট আৰু বহুতো বুদ্ধিজীবি মিলি শেঠী চাহেবৰ বিৰুদ্ধে তীক্ষ্ণ এক বক্তব্য উলিয়ালে। এইবাৰ শেঠী চাহেব অলপ শান্ত হ'ল। ৮ আগষ্টত দিল্লীত গৈ জে. পি-ৰ লগত দেখা কৰিলে, আৰু উভতি আহি ক'লে যে খুব ভাল ভাবে কথা-বতৰা হৈছে। পুনৰ সুব্বাৰাওৰ লগত কাজিয়া নাই। যিখিনি কৃতিত্ব সকলো সৰ্বোদয়ীৰ।

হঠাৎ তেওঁৰ এই পৰিবৰ্তন কিয় হ'ল ?

দুষ্ট মানুহসকলে কয় দিল্লীত তেওঁৰ নেতা শ্ৰীমতী গান্ধীয়ে তেওঁক ভাবি চিন্তি কথা ক'বলৈ উপদেশ দিছে। ইয়াৰ ভিতৰতে ভূপালত শেঠী চাহেবৰ সন্মুখত সৰু সৰু ডকাইতে আত্মসমৰ্পণ কৰি থাকে। সেইবোৰ এনেকুৱা হ'ল যে শেষত স্থানীয় খবৰ কাগজতো প্ৰকাশ নোপোৱা হ'ল। ৮ আগষ্টত শেঠী চাহেব দিল্লীৰ পৰা উভতি আহিল। আৰু ৯ আগষ্টত তেওঁৰ সন্মুখত বুণ্ডেল খণ্ডৰ দুই ডকাইত ৰামপিয়াৰে আৰু ভগৱানদীন আৰু লগৰ দুজন ডকাইতে আত্মসমৰ্পণ কৰিলে। পুলিচৰ ৰিপোৰ্ট অনুসৰি এওঁলোক দুটা হত্যা, দুটা অপহৰণত অপৰাধী। এওঁলোকৰ নাম কিন্তু ওৱাণ্টেড লিষ্টত নাছিল। আচৰিত কথা যে এওঁলোকৰ পিন্ধনত নতুন আনকোৰা লুঙ্গি আৰু পাঞ্জাবি। এই অনুষ্ঠানত শেঠী চাহেবে ক'লে যে তেওঁৰ জে. পি-ৰ লগত কোনো মনোমালিন্য কেতিয়াও নাছিল। যি মনোমালিন্য হৈছে সেয়া অন্য মানুহে কৰিছে। তেওঁৰ মনোভাব ফৰগেট এণ্ড ফৰগিভ।

আত্মসমৰ্পণৰ সেই অনুষ্ঠানৰ পৰা উভতি আহি মই এটা ৰহস্যময় টেলিফোন কল পাওঁ। বাৰে বাৰে নাম ক'বলৈ কোৱাত নাম নক'লে। সেই ৰহস্যময় ফোনে ক'লে—আজিৰ আত্মসমৰ্পণ একেবাৰেই বোগাচ্। এওঁলোক ডকাইত নহয়। এওঁলোক পিওৰ এণ্ড চিম্পল খুনী। পুলিচৰ প্ৰৰোচনাত নিজকে ডকাইত বুলি পৰিচয় দি নিশ্চিত ফাঁচিৰ পৰা ৰক্ষা পাবলৈ বিচাৰে। সেই কাৰণে এই নাটক। ঠিক একে ফোন টাইমচ্ অব ইণ্ডিয়াৰ যোশীয়েও পাইছিল। আমি দুয়োজনেই আচৰিত।

মোৰ অভিশপ্ত চম্বলৰ কাহিনী ইয়াতে শেষ হোৱা উচিত আছিল। কাৰণ ইয়াৰ পিছত লিখিবলগীয়া একোৱেই নাই। বেচিভাগ ডকাইতৰ ওপৰত মোকৰ্দমা চলিছে। তেওঁলোক সকলোৱে জে. পি-ৰ নিৰ্দেশত এটা নহয় এটা গোচৰত নিজৰ দোষ স্বীকাৰ কৰিছে। বেছি ভাগৰেই আজীৱন কাৰাবাস হৈছে। দুই এজনৰ ফাঁচিৰ হুকুম হৈছে। কেইটিমান ক্ষেত্ৰত হাইকোৰ্টত সেই শাস্তি নাকচ হৈছে আৰু যিসকলৰ ফাঁচিৰ শাস্তি বাহাল থাকিব দিল্লীৰ চৰ্ত অনুযায়ী নাকচ হব। কেইজনমান আকৌ জেলৰ পৰা পলাই গৈছে—কোনোবা ধৰা পৰিছে, কোনোবা পৰা নাই।

মোহৰ সিং, মাধো সিং, নাথু সিং, মালখন সিং—এওঁলোক সকলোৰে আজীৱন কাৰাবাসৰ হুকুম হৈছে। গোৱালিয়ৰ জেলত এদিনাখন ডকাইত আৰু জেলৰ ডাক্তৰৰ মাজত কাজিয়া হৈছিল। এজন ডকাইতে বোলে এগৰাকী মহিলা ডাক্তৰৰ গাত হাত দিছিল। চেণ্ট্ৰীৰ হাতৰ পৰা বন্দুক কাঢ়ি লৈ এজনে বোলে ওপৰলৈ ফায়াৰো কৰিছিল।

তাৰ পিছতেই আৰম্ভ হ'ল মধ্যপ্ৰদেশত মুকলি জেলৰ পৰিকল্পনা। জেল মন্ত্ৰী কৃষ্ণপাল সিং এই অজুহাতত আন আন প্ৰদেশত ঘূৰি ফুৰিলে। আৰু একালত ক্ৰিমিনাল ট্ৰাইব অধ্যুষিত গুণা জিলাৰ মুঙ্গাৱালীত মুকলি কৰা হ'ল মুক্ত জেইল ( ওপেন জেল )। তাত ৰখা হ'ল মোহৰ সিং, মাধো সিং, মালখন সিং, নাথু সিং ডাঙৰ ডাঙৰ

ডকাইত চৰ্দাৰবোৰক, যিসকলৰ আজীৱন কাৰাবাসৰ শাস্তি হৈছিল। সেই জেল উদ্বোধন কৰিবলৈ আহিল জে. পি। প্ৰভাৱতী দেৱী তেতিয়া নাই। দুৰাৰোগ্য কেন্সাৰ বেমাৰত তেওঁ দেহ ত্যাগ কৰিছিল। তাৰ আগতেই মধ্যপ্ৰদেশ চৰকাৰে বহু কনচেচন এইবোৰ কয়েদীৰ কাৰণে ঘোষণা কৰিছিল। মাধো সিং আৰু মোহৰ সিঙে মোক পৰিষ্কাৰ ভাবে ক'লে, নতুন নিয়ম অনুসৰি তেওঁলোকৰ সকলো মিলি সাত আঠ বছৰৰ বেছি জেলত থাকিব নালাগিব। তেওঁলোকৰ হিচাব মই আজিও বুজিব পৰা নাই। তেওঁলোকৰ হিচাবত মাহৰ ভিতৰত পোন্ধৰ দিন বাহিৰত থাকিব। আৰু যি পোন্ধৰ দিন জেলত থাকিব তেওঁলোকৰ ল'ৰা-ছোৱালী, স্ত্ৰী আৰু অন্যান্য আত্মীয় পৰিয়াল মাজে মাজে জেলত তেওঁলোকৰ লগত দেখা কৰিব পাৰিব। তেওঁলোকৰ কাৰণে খেল পথাৰ বনোৱা হৈছে আৰু অন্যান্য সুবিধা দিয়া হৈছে।

মোহৰ সিঙে নিজেই মোক এটা ডাঙৰ হল ঘৰলৈ লৈ গ'ল। সেই হলতেই তেওঁৰ দলৰ সকলো মানুহকে ৰখা হৈছে। জেলৰ চুপাৰে জনালে যে তেওঁলোকক দল অনুসাৰে ভাগ কৰি ৰখা হৈছে। এওঁলোকৰ এজনক দেখিলো চৰখাত সূতা কাটি আছে। মোহৰ সিঙে ক'লে এই মানুহজনৰে আচল হৃদয় পৰিবৰ্তন হৈছে। মানুহজনে ৰামায়ণ পঢ়ে আৰু চৰখা কাটে। আৰু এজন বোলে পাগল হৈ গৈছে আৰু নিজকে কয়, "ম্যয় মাধো সিং হুঁ।"

হলৰ ভিতৰত ঘূৰিছোঁ। দেৱালত নানা দেৱ-দেৱীৰ ছবি। এঠাইত হঠাতে থমকি ৰলো। এটা কোম্পানীৰ কেলেণ্ডাৰ। আৰু সেই কেলেণ্ডাৰত অফ অল পাৰচন্ মোৰ কন্যা জয়াৰ ছবি। সহযোগী শ্ৰীভামন যোশীয়ে হাঁহি সেই ডকাইতৰ ওচৰলৈ গৈ ক'লে, "মালুম হ্যায় ইয়ে কোন হ্যায় ?"

ডকাইতজনে থিয় হৈ ক'লে, "মুঝে মালুম হ্যায়। ইয়ে তচবীৰ জয়া ভাদুড়ী কী হ্যায়।"



"তুমকো ঠিক মালুম হ্যায় ?"

"হাঁ, হাম দেখা। বহুত আচ্ছা কাম কৰতী হ্যায়।" ডকাইতে ক'লে।

মই আৰু যোশী দুয়ো একেলগে হাঁহি উঠিলো।

নৰসিংগড়ৰ জেলত থকাৰ সময়তে মাধো সিঙে নিজৰ আত্মজীৱনী লিখিলে। নাটকৰ ৰূপত লেখা সেই আত্মজীৱনী সঁচা-মিছাৰ সানমিহলি ৰূপ। বেচি ভাগেই অবিশ্বাস্য। যিখিনি সত্য সেয়া নাটকীয়তাৰে ভৰা। পঢ়িলে হাঁহি উঠে। ইয়াৰ কিছুদিন পিছত মাধো সিঙে মুক্তি পালে। দলৰ মানুহে তেওঁক মাষ্টৰ বুলি মাতিছিল। তেওঁ ভূপাললৈ আহি এখন সাপ্তাহিক পত্ৰিকা 'নিৰ্দলীয়'ৰ উদ্বোধন কৰিলে।

বোম্বেৰ এক ফিল্ম প্ৰডিউচাৰক ধন্যবাদ দিব লাগে। তেওঁ মাধো সিং, মোহৰ সিং আৰু নাথু সিঙক লৈ 'চম্বলৰ শেৰি' নামৰ এখন ফিল্ম বনোৱাৰ পৰিকল্পনা কৰিলে। তেওঁলোকৰ লগত বেলেগে বেলেগে কণ্ট্ৰেক্ট হ'ল। কিন্তু গণ্ডগোল লগালে মধ্যপ্ৰদেশ চৰকাৰে। জেলৰ কয়েদীক ফিল্মৰ হিৰো কৰিবলৈ চৰকাৰ একেবাৰে সাজু নহয়। পিছত অৱশ্যে ফিল্মত কাম কৰাৰ কাৰণে এওঁলোকে অনুমতি পাইছিল।

সেইদিনাখন ভূপালৰ পুলিচ ৰেকৰ্ড চাওঁতে চাওঁতে ১৯৭২ চনৰ এপ্ৰিল মাহত জে. পি-ৰ সন্মুখত যিবোৰ ডকাইতে আত্মসমৰ্পণ কৰে, তেওঁলোকৰ লিষ্ট দেখিলো। এওঁলোকৰ মাজত প্ৰায় ১২৮ জনৰ মূৰৰ ওপৰত পুৰস্কাৰ ঘোষণা কৰা হৈছিল। সেই পুৰস্কাৰৰ মূল্য আছিল প্ৰায় ছয় লাখ টকা।

১৯৬০ চনত বিনোৱা ভাবে আহিছিল চম্বললৈ প্ৰেমৰ বাণী বহন কৰি বাগীৰ হৃদয় পৰিবৰ্তন কৰিবলৈ। ১৯৫৬ চনৰ নবেম্বৰ মাহত নতুন মধ্যপ্ৰদেশৰ জন্ম। ১৯৫৭ চনৰ পৰা ১৯৬০ চন পৰ্য্যন্ত ৰেকৰ্ড

অনুসাৰে ডকাইতবোৰে ১১৫৫ টা ডকাইতি কৰে, ৪৯১ টা হত্যা, ২৬৫ টা অপহৰণ। এই সময়ৰ ভিতৰতে পুলিচৰ এনকাউণ্টাৰত ২৪০ জন ডকাইতৰ মৃত্যু হয়। ইয়াৰ পিছত ১৯৬১ৰ পৰা ১৯৭২ চনৰ ফেব্ৰুৱাৰী পৰ্য্যন্ত ২০৭০ টা ডকাইতি, ৮৬৩ টা হত্যা আৰু ৯৫০ টা অপহৰণ আৰু পুলিচ এনকাউণ্টাৰত মৃত্যু হয় ১১১৮ জন ডকাইতৰ।

॥ পাঁচ ॥

স্বতন্ত্ৰ পাৰ্টিৰ নেতা শ্ৰীমিনু মাচানী, জে. পি-ৰ বিশিষ্ট বন্ধু। আজিৰ নহয়, সেইদিনাখনৰ পৰাই—যিদিনা কংগ্ৰেছৰ মাজত সৃষ্টি হৈছিল কংগ্ৰেছ চোচালিষ্ট পাৰ্টি। আজি সেই কংগ্ৰেছ চোচালিষ্ট পাৰ্টিও নাই, সেই মিনু মাচানীও নাই আৰু সেই জয়প্ৰকাশ নাৰায়ণো নাই। সময়ৰ লগত দুয়ো সলনি হৈ গৈছে। ৰাজনৈতিক মতবাদত আজি জে. পি আৰু মিনু মাচানী বহু দূৰৈৰ মানুহ। কিন্তু তেওঁলোকৰ বন্ধুত্ব অলপো ম্লান পৰা নাছিল।

জে. পি আৰু মিনু মাচানীৰ মাজত ডকাইতৰ আত্মসমৰ্পণ লৈ কথা হৈছিল। মিনুই প্ৰশ্ন কৰিলে, "মই বুজিব পৰা নাই এই দুৰ্ধৰ্ষ ডকাইতৰ মনত হৃদয় পৰিবৰ্তনৰ চিন্তা কেনেকৈ আহিল ?"

"সকলো মানুহৰ দৰেই ডকাইতৰো কেতিয়াবা অনুশোচনা আৰু অনুতাপ হয়। কোনোৱে হানড্ৰেড পাৰচেণ্ট সাধু নাইবা হানড্ৰেড পাৰচেণ্ট ক্ৰিমিন্যাল নহয়।" জে. পি-য়ে ক'লে।

"তাৰ মানে তুমি ফাদাৰ ফ্লানাগানৰ লগত একমত যে, দেয়াৰ ইজ নো চাচ থিং এজ এ ব্যাড বয় ?"

"ও, ফাদাৰ ফ্লানাগানৰ কথা মই সম্পূৰ্ণ ভাবে সমৰ্থন কৰো।" জে. পি-য়ে উত্তৰ দিলে। আৰু পিছত সবিস্তাৰে মাধো সিঙে ৰাম সিং নামলৈ তেওঁৰ লগত সাক্ষাতকাৰৰ কথা ক'লে। তেওঁ মিনুক বুজাবলৈ চেষ্টা কৰিলে আত্মসমৰ্পণত ডকাইতসকল উদ্যোগী আছিল। সকলো, মানে সকলো মানুহৰেই হৃদয় পৰিবৰ্তন সম্ভৱ, যদি ঠিক সময় আৰু ঠিক ভাবে সেই কামত হাত দিয়া যায়। চম্বল উপত্যকাৰ ডকাইতবোৰতো সাধাৰণ মানুহত বিনে অন্য নহয়। আৰু আধুনিক

পেনলজিওতো কয়—"দ্য ক্রিমিনাল হেজ টু বী ৰিফৰ্মড এণ্ড নট পানিচড্ ।"

জে. পি-য়ে কৈ গ'ল, "মিনু, তুমি অলপ চিন্তা কৰিলেই গম পাবা যে এই ডকাইতবোৰ নাইবা তেওঁলোকৰ পৰিবাৰৰ কোনো নহয় কোনোবা সময়ত কোনো সামাজিক বা অৰ্থ নৈতিক অন্যায়ৰ বলি হৈছিল। আৰু সেই অন্যায়ৰ প্ৰতিশোধ লোৱাৰ কাৰণেই এওঁলোক বাগী হৈছিল।"

"কিন্তু প্ৰায়ে যে শুনিবলৈ পোৱা যায় যে এওঁলোকৰ আত্ম-সমৰ্পণত আইন আৰু শৃঙ্খলাৰ প্ৰতিষ্ঠাত ঘাঁ লাগিছে, সেই সম্বন্ধে তুমি কি কোৱা ?" মিনুৱে প্ৰশ্ন কৰিলে।

"মজাৰ কথা কি জানা মিনু ? সকলোৱে কৈছে; আজিও কৈছে আৰু ভৱিষ্যতেও ক'ব যে মধ্যপ্ৰদেশৰ ডকাইতি সমস্যা অকল ল এণ্ড অৰ্ডাৰৰ প্ৰশ্ন নহয়, এয়া অৰ্থ নৈতিক আৰু সামাজিক সমস্যা। গভৰ্ণ-মেন্টৰ বহু কমিটিয়ে এই কথা কৈছে, কিন্তু যেতিয়াই কোনো তৰ্ক উপস্থিত হৈছে তেতিয়া সকলোৱে আগতে গভৰ্ণমেন্ট আৰু পুলিচেই হৈ-চৈ কৰি উঠি কৈছে, গ'ল, গ'ল, আইন আৰু শৃঙ্খলাৰ প্ৰতিষ্ঠা ডুবি গ'ল। আচলতে আজি পৰ্য্যন্ত কোনোৱে এই সমস্যাৰ চোচিঅ' ইকনমিকৰ ফালে চকু দিয়া নাই বা দিব খোজা নাই।"

গম্ভীৰ আলোচনাক লঘু কৰাৰ অভিপ্ৰায়েৰে মিনু মাচানীয়ে ক'লে, "আচ্ছা, শুনিছো বোলে মাধো সিং একালত তোমাৰ মোৰ দৰে কংগ্ৰেছ চোচালিষ্ট পাৰ্টিৰ মেম্বাৰ আছিল ?"

হাঁহি জে. পি-য়ে ক'লে, "ওঁ, মেম্বাৰ হৈছিল, কিন্তু আমাতকৈ বহুত পিছত।"

"ৰক্ষা পৰিলো। কোনোৱে ক'ব নোৱাৰিব যে মাধো সিং, মোহৰ সিঙক আমিয়ে বনাইছো।" ডাঙৰকৈ হাঁহি মাচানীয়ে ক'লে, "এজন সাংবাদিকে বোলে মাধো সিঙক লোকসভাৰ নিৰ্বাচনত থিয় হব কৈছিল ? কথাটো বেয়া নহয়। মাধো সিং খুব ভাল কম্পেনীতে থাকিব।"



"নহয় মিনু, খুব ভাল কম্পেনী হয়তো নহ'ব। কাৰণ মাধো সিং লোকসভালৈ যোৱাৰ আগতে ৰিফৰ্মড ডকাইত হৈ যাব। কিন্তু এই প্ৰশ্ন অবান্তৰ। এতিয়াতো তেওঁ জেল খাটিব লাগিব।"

"কিন্তু তোমাৰ জানো ভাব হয় এই আত্মসমৰ্পণত ডকাইতি সমস্যাৰ সমাধান হব ?"

"মই কোনো কালেই এই কথা ভবা নাই। কেইশমান ডকাইতৰ আত্মসমৰ্পণত এই সমস্যাৰ কোনো সমাধান নহব। আত্মসমৰ্পণৰ আৰম্ভ কিন্তু শেষ নহয়। এয়া এটা পথ, গন্তব্যস্থল নহয়। ইয়াৰ চৰকাৰ, সৰ্বোদয়ীসকলে আৰু সামাজিক কৰ্মকৰ্তাসকলে কাম আৰম্ভ কৰিবলৈ লাগিব মনোবৈজ্ঞানিক, অৰ্থ নৈতিক আৰু সামাজিক ক্ষেত্ৰত। এয়া যদি নহয় তেনেহ'লে আকৌ নতুন নতুন ডকাইতৰ দল গঢ়ি উঠিব, কাৰণ আজিও চম্বল উপত্যকাৰ গাৱে গাৱে হৈ আছে সামাজিক আৰু অৰ্থ নৈতিক অন্যায়।"

"কিন্তু এইবোৰ যে অস্ত্ৰ-শস্ত্ৰ পোৱা গৈছে, ডকাইতবোৱে এইবোৰ ক'ৰ পৰা পাইছিল ?"

"মই অস্ত্ৰ-শস্ত্ৰ সম্বন্ধে বিশেষ একো নাজানো। শুনিছো, ডকাইতবোৱে যিবোৰ অস্ত্ৰ-শস্ত্ৰ ফিৰৎ দিছে সেইবোৰৰ মূল্য বোলে ১০-ৰ পৰা ১৫ লাখ টকা হব। অস্ত্ৰ-শস্ত্ৰ ক'ৰ পৰা আহিব ? পুলিচ আৰু মিলিটাৰীৰ পৰাই।"

জে. পি-য়ে সেইদিনা মিনু মাচানীক যিবোৰ কথা কৈছিল তাৰ প্ৰতিটো কথা মই সমৰ্থন কৰো। জে. পি দেশৰ শ্ৰদ্ধেয় নেতা, আমি সকু মানুহ। লক্ষ লক্ষ মানুহৰ দৰে মইও তেওঁক শ্ৰদ্ধা কৰো। কিন্তু মোৰ ভাব হয় তেওঁ সকলো কথা কোৱা নাই বা ক'ব খোজা নাই। মই তেওঁক দোষ দিয়া নাই, কাৰণ হয়তো তেওঁ সকলো কথা নাজানে। তেওঁ যিখিনি জানিছে বা শুনিছে সেয়া চম্বল উপত্যকাৰ সৰ্বোদয়ী

নেতাসকলৰ পৰা আৰু সকলো পুলিচ যেনেকৈ সাধু আৰু সত্যবাদী যুধিষ্ঠিৰ নহয় তেনেকৈ সৰ্বোদয়ৰ মাজতো অসাধু মানুহ আছে। হিন্দীত এষাৰ কথা আছে 'দুধ কে-ধুলে' মানে গাখীৰত ধোৱা। যেনেদৰে সকলো পুলিচ গাখীৰত ধোৱা নহয়, তেনেকৈ সৰ্বোদয়ী সকলো নহয়।

পুলিচ বা সৰ্বোদয়ী কাৰো ওকালতি কৰাৰ দৰকাৰ মোৰ নাই। মোৰ ভাব হয় কোনো কোনো কথাত পুলিচ আৰু সৰ্বোদয়ী দুয়োপক্ষই কিছু কিছু অবিবেচনা, অবিমৃশ্যকাৰিতাত দোষী। কাৰবাৰ নাম কৈ নতুন বিতৰ্কৰ অৱতাৰণা কৰি লাভ নাই। কিন্তু মই এনে কিছুমান সৰ্বোদয়ী নেতাক জানো যিসকলৰ কোনো কোনো ডকাইতৰ লগত পাৰিবাৰিক সম্পৰ্ক আছিল। সিহঁতে আত্মসমৰ্পণ নকৰাহেঁতেন এদিন হয়তো পুলিচৰ গুলীত মৃত্যু হ'লহেঁতেন। গতিকে তেওঁলোকৰ আত্মসমৰ্পণত সেইবোৰ নেতাৰ স্বাৰ্থ নিহিত হৈ আছিল। আৰু বহু পুলিচ কৰ্মচাৰীক জানো যিসকলৰ এই ডকাইতি সমস্যা জীয়াই ৰখাৰ মাজত স্বাৰ্থ নিহিত আছিল। সেয়া আজিও আছে। তেওঁ-লোকেই জড়িত আছিল ডকাইতক অস্ত্ৰ যোগাৰ দিয়াত। তাৰ উপৰি সময়মতে পুলিচৰ গতিবিধিৰ সূচনা দি ডকাইতৰ পৰা প্ৰচুৰ অৰ্থ যোগাৰ কৰিছিল।

কিন্তু জে. পি-য়ে এটা ভুল কৰিছিল। তেওঁ সৎ আৰু অসৎ পুলিচৰ কৰ্মচাৰীৰ মাজত কোনো পাৰ্থক্য দেখা নাছিল। তেওঁ সকলোকে অসৎ বুলি ধৰিছিল। আৰু সকলো সৰ্বোদয়ীক শেঠী চাহেবে অসতৰ পৰ্য্যায়ত পেলাইছিল। ১৯৬০ চনত বাবা বিনোৱা ভাবেৰ সন্মুখত আত্মসমৰ্পণৰ পিছত তেতিয়াৰ আই. জি মিঃ ৰুস্তমজীয়ে বাবাক কিছু মৌলিক প্ৰশ্ন কৰিছিল। বাবাৰ উত্তৰ আছিল দাৰ্শনিক বাস্তৱৰ পৰা বহুদূৰৈত। ভৱিষ্যতৰ কোনো ঐতিহাসিকে হয়তো ক'ব পাৰিব কাৰ কথা ঠিক— ৰুস্তমজীৰ নে বাবাৰ। মোৰ কিন্তু ভাব হয় ১৯৬০ চনৰ আত্মসমৰ্পণত ডকাইতসকলক হিৰো কৰা



হৈছিল। দিনৰ পিছত দিন তেওঁলোকে কান্ধত বন্দুক ওলোমাই বাবাৰ লগত ঘূৰিছিল। এইবাৰ সৌভাগ্যবশতঃ এয়া হোৱা নাছিল। আত্মসমৰ্পণৰ পিছতেই গ্ৰেপ্তাৰ কৰা হৈছিল। কিন্তু পুলিচৰ দোষো ক্ষমা কৰিব পৰা নাযায়। তেওঁলোকে একনিশ্বাসতে বিনোৱা মিচনক হেয় প্ৰতিপন্ন কৰাৰ চেষ্টা কৰিছে আৰু আনফালে তেওঁলোকেই আত্মসমৰ্পণকাৰী ডকাইতক আলিঙ্গন কৰিছে—শেঠী চাহেবেও তেওঁলোকক আলিঙ্গন কৰিছে, আৰু ডকাইতে যেতিয়া তেওঁক প্ৰণাম কৰিছে, তেওঁ বত্ৰিশটা দাঁত উলিয়াই হাঁহিছে। তেনেহ'লে জে. পি য়ে যিজনৰ কথাতেই প্ৰায় ৫০০ ডকাইতে আত্মসমৰ্পণ কৰিলে, তেওঁ-লোকক আলিঙ্গন কৰি কি এনে মহাপাপ কৰিলে? শেঠী চাহেবে এবাৰ নহয় বহুবাৰ কৈছে—জে. পি আৰু সৰ্বোদয়ীসকল প্ৰচাৰ প্ৰয়াসী। তেওঁ পাহৰি গৈছিল যে জে. পি-ৰ নিচিনা মানুহৰ প্ৰচাৰৰ প্ৰয়োজন নাই। প্ৰচাৰৰ দৰকাৰ যদি থাকে সেয়া নতুন মুখ্যমন্ত্ৰী শ্ৰীশেঠীৰেই আছিল। আচলতে তেওঁ চেষ্টা কৰিছিল কেনেকৈ তেওঁ নিজৰ এটা ইমেজ কৰিব পাৰে। মধ্যপ্ৰদেশ বিধানসভাৰ লবীত কিছুমান কংগ্ৰেছ এম. এল. এ তেতিয়া শেঠী চাহেবৰ নাম দিছিল মেহমুদ ( বম্বেৰ ফিল্মৰ কমেডিয়ান )।

আনফালে সৰ্বোদয়ীয়েও কম কৰা নাই। তেওঁলোকও সমানে শেঠী চাহেব আৰু পুলিচৰ হুইস্পাৰিং কেম্পেন চলাই গৈছে। তেওঁলোকতো সকলো গাখীৰত ধোৱা নাছিল? সৰ্বোদয়ীসকলে জানো এই প্ৰশ্নৰ উত্তৰ দিব পাৰিব কিয় ডকাইতসকলে সকলো অস্ত্ৰ-শস্ত্ৰ চাৰেণ্ডাৰ কৰা নাছিল, নাইবা কিয় দলৰ কিছুমানক চাৰেণ্ডাৰ কৰিবলৈ মানা কৰিছিল? সৰ্বোদয়ীসকলে উত্তৰ দিছিল যে, ডকাইত চৰ্দাৰে তেওঁৰ দলৰ সকলোকে কনভিন্স কৰিব পৰা নাছিল। এয়া কোনোৱেও বিশ্বাস নকৰে। অন্তত মইতো নকৰোৱেই।

শেঠী চাহেবৰ প্ৰশ্ন—যদি ডকাইতসকল ইমান সত্যনিষ্ঠ হয় তেনেহ'লে কিয় তেওঁলোকে অস্ত্ৰ-শস্ত্ৰ ক'ৰ পৰা পাইছিল এই কথা

ক'বলৈ সন্মত নহয় ? ইয়াৰ উত্তৰত সৰ্বোদয়ীসকলে কৈছে, পুলিচে জানো তেওঁলোকৰ মুখবীৰ ( ইনফৰমাৰ ) সকলৰ নাম প্ৰকাশ কৰে ? কথা আছিল ডকাইতসকলে কোৰ্টত গৈ অপৰাধ স্বীকাৰ কৰিব। তেনেহ'লে তেওঁলোকৰ সপক্ষে ইমান উকিল বেৰিষ্টাৰ কিয় দিয়া হ'ল ? সৰ্বোদয়ীসকলৰ উত্তৰ—সেয়া নহ'লে পুলিচে তেওঁলোকৰ বিৰুদ্ধে মিছা গোচৰ লগালেহেঁতেন।

কিন্তু এটা কথা মই আজিও বুজিব পৰা নাই—সৰ্বোদয়ীসকলে এক নিশ্বাসত কয় যে এইবোৰ ডকাইতৰ জন্ম হৈছে পুলিচৰ অত্যাচাৰত। আকৌ কয় যে ডকাইত পুলিচ সকলো একে ষড়যন্ত্ৰত লিপ্ত। এই দুটা পৰস্পৰ বিৰোধী ঘটনা কেনেকৈ সম্ভৱ ? এই কথা সকলোৱে বিশ্বাস কৰে যে মধ্যপ্ৰদেশৰ ডকাইতি সমস্যাৰ সমাধান পুলিচ মেথডত নহব। যদি এয়া সঁচা হয় তেনেহ'লে এই সমস্যা সমাধানৰ বিফলতাৰ কাৰণে পুলিচক গালি দিয়াৰ মানে কি ? পুলিচৰ কৰ্তাসকলেও মানে যে তেওঁলোকৰ দ্বাৰা এই সমাধান সম্ভৱ নহয়। বছৰৰ পিছত বছৰ পুলিচ অপাৰেচনৰ বিফলতাই ইয়াৰ প্ৰমাণ। তেনেহ'লে সৰ্বোদয়ীসকল যেতিয়া সমস্যা সমাধানৰ বাবে কামত নামে, তেতিয়া পুলিচৰ ঈৰ্ষা হয় কিয় ? পুলিচ ৰেকৰ্ডত আছে—আগেও বোলে প্ৰায় ৫০০ ডকাইতে পুলিচৰ ওচৰত আত্মসমৰ্পণ কৰিছিল, কিন্তু মই বহু চেষ্টা কৰিও তেওঁলোকৰ নাম দজৰ বা তেওঁলোকৰ মূৰৰ ওপৰত কিমান টকা ধাৰ্য্য কৰা হৈছিল সেয়া জানিব নোৱাৰিলো। আৰু আত্মসমৰ্পণৰ পিছতেই বা তেওঁলোকৰ কি হ'ল ?

এবাৰ নহয়, বহুবাৰ জে. পি-য়ে কৈছে যে আত্মসমৰ্পণকাৰী ডকাইতৰ ফাঁচিৰ হুকুম নাকচ কৰা হ'ব। মই মাত্ৰ এটা প্ৰশ্নই কৰিব খোজো ( জে. পি-ৰ লগত দেখা হলে কৰিম ) যে আপুনি আজি যিসকলৰ প্ৰাণ ভিক্ষা বিচাৰিছে তেওঁলোকে জানি শুনিয়েই প্ৰতিশোধ লোৱাৰ কাৰণে বহু হত্যা কৰিছে। আজি তেওঁলোকৰ সাতখুন মাফ কৰা হৈছে— যিহেতু তেওঁলোকে অনুতাপ কৰি আত্মসমৰ্পণ কৰিছে।



কিন্তু আমাৰ দেশত এনেকুৱা হাজাৰ হাজাৰ বন্দী আছে যিসকলে আজীৱন কাৰাবাসত আছে নাইবা ফাঁচিৰ প্ৰতীক্ষাত আছে। তেওঁলোকৰ মাজৰ অন্ততঃ কিছুমান মানুহতো আছে—যিসকলে অনুতাপ কৰিছে, নিজৰ ভুল বুজিব পাৰিছে—তেওঁলোকৰ কি হ'ব ? মধ্য-প্ৰদেশৰ বস্তাৰ জিলাৰ আদিবাসীসকলে হত্যা কৰি থানাত হাজিৰ হয়গৈ। আৰু তেওঁলোকৰ মাৰ্চি পিটিচন যথাৰিতী নামঞ্জুৰ হৈ উভতি আহে। তেওঁলোকক বচোৱাৰ কাৰণে কোনো জে. পিও নাই, আশ্বাস দিয়াৰ কাৰণে কোনো শেঠী চাহেবো নাই। তেওঁলোকৰ ৰাজনৈতিক প্ৰতিপত্তি নাই আৰু নাই তেওঁলোকৰ কাৰণে লুক্কা আৰু তহচীলদাৰ সিং।

ক'বলৈ গ'লে বহু কথাই ক'ব লগা হয়। ১৫ মে'ৰ টোকেন চাৰেণ্ডাৰৰ পিছত শেঠী চাহেবৰ কি দৰকাৰ আছিল নিজৰ ঘৰ আৰু ৰবীন্দ্ৰ ভৱনত আত্মসমৰ্পণৰ নাটক কৰাৰ ? এদিনাখন ৰাতিপুৱা বুণ্ডেলখণ্ডত পান্নাৰ ওচৰত হঠাতে ৰণমৎ 'সঙৰ মৃতদেহ পোৱা গ'ল। প্ৰথমতে কোৱা হ'ল যে পুলিচ এনকাউণ্টাৰত মৃত্যু হৈছে। তাৰপিছত কোৱা হ'ল যে পুলিচে তেওঁক এনে শলঠেকত পেলাইছিল যে পুলিচৰ বেহুৰ পৰা ওলাব নোৱাৰি ভোক-পিয়াহত মৃত্যু হৈছে। তাৰপিছত শুনিবলৈ পোৱা গ'ল যে নিজৰ দলৰেই কোনোবাই গুলী কৰি হত্যা কৰিছে। পোষ্টমৰ্টেম ৰিপোৰ্ট কিন্তু আজিও পোৱা হোৱা নাই, তাৰোপৰি তেওঁৰ ৰাইফেলৰেই বা কি হ'ল ? মূৰত সিণ্ডুৰ পূজা কৰাৰ কাৰণে এৰি দিয়া হ'ল—কিন্তু কিয় ? অকল বা তেওঁকেই এৰি দিয়া হ'ল কিয় ? কাৰ হুকুমত ? আৰু বহুতো ডকাইতেতো পূজা কৰিব খুজিছিল। কোনোবাই কোনোবাই কয় মূৰত সিণ্ডুৰ এৰি দিয়া হৈছিল যে তেওঁৰ শত্ৰু ছুটেৰজাক হত্যা কৰাৰ উদ্দেশ্য।

বিনোৱা ভাবেৰ মিচনৰ সময়ত সাধু জেনাৰেলক কৈছিলো মই আকৌ চম্বলৰ বেহড়লৈ উভতি আহিম। 'কল অফ দ্য ৰেভিন্স'ক মই

উপেক্ষা কৰিব নোৱাৰো। বহুবাৰেই গৈছো, আকৌ হয়তো যাম, কিন্তু প্ৰতিবাৰতেই কিছু পৰিবৰ্তন দেখিছো। এই কথা কোৱাত দ্বিধা নাই 'যে মান সিং, ৰূপা, তহচীলদাৰ সিং, লুক্কা, অমৃতলাল, পুতলী, লাখনৰ লগত মোহৰ সিং মাধো সিং নাথু সিং, মালখন সিং, মূৰত সিং বা পূজাবাব্বাৰ কোনো তুলনাই নহয়। ডকাইত হৈয়ো মান সিঙে সন্মান পাইছিল, সেয়া আৰু কোনো ডকাইতে নাপাব। তেওঁৰ সন্মান অকল তেওঁৰ ডকাইতৰ প্ৰতিপত্তিৰ কাৰণেই নহয়, লক্ষ লক্ষ মানুহে তেওঁক মানুহ হিচাবে পূজা কৰে। নিষ্ঠুৰ নিৰ্দয় ডকাইত চৰ্দাৰ মান সিঙৰ ভিতৰত আৰু এজন মানুহ আছিল—'দাউ মান সিং'। ৰজা মান সিং। ভুল পথে গ'লেও লাখন, পুতলী, অমৃতলাল, লুক্কা বাহাদুৰ আছিল। তেওঁলোকৰ সাহস আছিল। কিন্তু মোহৰ সিং, মাধো সিং, নাথু সিঙৰ সেই সাহস ক'ত? ইয়াৰ পিছত যিসকল আহিব তেওঁলোক হয়তো আৰু নিকৃষ্ট হব। মই ডকাইতক হিৰো কৰাৰ বিপক্ষে। কিন্তু ক'বলৈ সঙ্কোচ নাই—আগৰ ডকাইতবোৰক মই মানুহ হিচাবে শ্ৰদ্ধা কৰিছো। কিন্তু আজিৰ ডকাইতসকলৰ প্ৰতি শ্ৰদ্ধা এক বিন্দুও নাই।

জে. পি-ৰ অভিযানৰ পিছত প্ৰশ্ন উঠিছে যে ডকাইতি সমস্যা জানো শেষ হৈ গ'ল? চম্বলৰ অভিশাপ জানো শেষ হ'ল? মোৰ আজিও সেই একে উত্তৰ—নহয়, নহয়। যুগ যুগ ধৰি বৈ গৈ আছে চম্বল তেওঁৰ নিজৰ গতিত ভাঙনৰ গান গাই। লগত লৈ গৈছে দুকাষৰ উৰ্বৰ মাটি আৰু প্ৰতি মুহূৰ্তত সৃষ্টি হৈছে নিত্য নতুন বেহড়। ঢৌৰ পিছত ঢৌ খুন্দা খাইছে আৰু লগে লগে প্ৰতিধ্বনি হৈছে সেই সৰ্বনাশী আহ্বান—খুন কা বদ্‌লা খুন, খুন কা বদ্‌লা খুন।

  

## ॥ পৰিশিষ্ট ॥

## (১)

**[ ১৯৬০ চনৰ মে' মাহত চম্বল উপত্যকাত বিনোৱা ভাবে ] মিচনৰ অন্ত্যাহুতিৰ পিছতেই এক সাংবাদিক সন্মিলনত মধ্য-প্ৰদেশৰ তৎকালীন পুলিচ ইনস্পেক্টৰ জেনাৰেল শ্ৰীকে, এফ ৰুস্তমজীৰ বিবৃতি ]**

"লুক্কা দলৰ আত্মসমৰ্পণ, বিনোৱা ভাবে মিচনৰ এক নিশ্চিত সাফল্য। চম্বল উপত্যকাৰ এক অংশৰ মানুহে বহু বছৰ এই দলটিৰ 'আতঙ্কত বাস কৰিছিল। এই খবৰত তেওঁলোকে স্বস্তিৰ নিশ্বাস পেলাব। আমি সাধ্যমতে আৰু সম্ভাব্য সকলো ৰকমৰ সহযোগিতা কৰিছো, সেয়া বিনোৱাজীয়ে প্ৰকাশ্যে স্বীকাৰো কৰিছে। কিন্তু এই অঞ্চলত মিচন অহাৰ ফলত কেইটি-মান নতুন সমস্যাৰ সৃষ্টি কৰিছে। সেইবোৰ সমস্যা আৰু কেইটিমান গুৰুত্বপূৰ্ণ বিবেচ্য বিষয়ে মনোযোগ আকৰ্ষণ কৰা কৰ্তব্য বুলি মই ভাবো।

"প্ৰথম কথা হ'ল এই ধৰণৰ আত্মসমৰ্পণ ঘটিব বুলি আইনৰ বিভিন্ন ধাৰা লঙ্ঘন কৰা দৰকাৰ নে নাই। দেখা গৈছে, মীমাংসা আলোচনাৰ সময়ত ডকাইতসকলক বুজিব দিয়া হৈছিল, তহচীলদাৰ সিঙৰ জীৱন ৰক্ষা কৰা হব অৰু ডকাইতসকলৰ প্ৰতি কিছু কিছু পক্ষপাতমূলক ব্যৱস্থা অৱ-লম্বন কৰা হব। বিনোৱাজীয়ে হয়তো নাজানিছিল যে এনে আশ্বাস দিয়া হৈছিল।

"দ্বিতীয়তে, এই প্ৰভাৱশালী মিচনৰ কাৰণে ডকাইতৰ আশ্ৰয়দান বিষয়ক ভাৰত পেনাল কোডৰ ২১৬,২১৬ এ, অৰু ২১৬ বি ধাৰাবিলাক প্ৰায় নাকচ হৈ গৈছে। অথবা, এইবোৰ ধাৰাত কোনো মামলা ভবিষ্য-তলৈ থিয় কৰোৱা টান হব। আইনত আছে, পুলিচ কৰ্মচাৰীয়ে যদি কোনো ঘোষিত অপৰাধীক দেখে তেনেহলে তেওঁক তেতিয়াই গ্ৰেপ্তাৰ কৰি

ৰাখিব। যি চৰকাৰী কৰ্মচাৰী ইচ্ছাপূৰ্বক এই ধৰণৰ গ্ৰেপ্তাৰ উপেক্ষা কৰে, তেওঁ ভাৰত পেনাল কোডৰ ২২১ ধাৰামতে দণ্ডনীয়। এনেকি, পেনাল-কোডৰ ৪৫ নং ফৌজদাৰী ধাৰাত কৈছে, সেই জাতীয় মনুহ সম্বন্ধে খবৰ দিয়া গাওঁৰ অফিচাৰবো দায়িত্ব।

"উদ্দেশ্য যিমান ডাঙৰে নহওঁক কিয় আইনত যদি এইবোৰ ব্যৱস্থা থাকে, তেনেহলে ঘোষিত অপৰাধী গাওঁৰ পিচত গাওঁলৈ নি জনসাধাৰণক দেখুৱালে জানো হব? তাৰ উপৰি দলৰ বিৰুদ্ধে থিয় কৰা গোচৰবোৰো দুৰ্বল হৈ পৰিছে। কাৰণ ভাৰতীয় এভিডেন্স এক্টৰ লগত কাৰ্য্যতঃ পুনৰ থাপ খুৱাব পৰা নগৈছে। সাক্ষীক ভয় দেখুৱাৰ কাৰণে দস্যু দলৰ এক অংশ বাহিৰত আছে। তেওঁলোকে তহচীলদাৰ সিঙৰ মামলাৰ উদাহৰণ-টিৰ পুনৰাবৃত্তি কৰিবলৈ ইতস্ততঃ নকৰে। তেতিয়া যিসকলে সাক্ষী দিবলৈ সাহস কৰিছিল, এওঁলোকে সেই দলক খুন কৰিছিল। আটাইতকৈ ডাঙৰ কথা, ৰাজ্য চৰকাৰে এইবোৰ অপৰাধীক ধৰিব, চালান দিব, অথচ এওঁলো-কক মুকলি কৰা কাৰণে এক শক্তিশালী সংগঠনৰ সমস্ত ক্ষমতাক কামত লগোৱা হব এনে অৱস্থাত সকলো পণ্ডশ্ৰম হয়। তাতকৈ বোধহয় ডকাইতসকলক পেৰোলত (Parole) মুক্তি দিয়াই ভাল। মুক্তি পাই তেওঁলোক বিনোবাজীৰ ওচৰত থাকিব আৰু তেওঁ নিজৰ প্ৰভাৱ খটুৱাই তেওঁলোকক অপৰাধৰ পৰা দূৰৈত ৰাখিব। এনে ব্যৱস্থাত ভাল হয় নে নহয় সেয়া বিবেচনা কৰি চাব পাৰে। বিকল্প তেওঁলোকক আন্দামান নাইবা অইন ৰাজ্যত মাটি-বাৰী দিব পৰা যায়, নাইবা অন্য কোনো ব্যৱস্থা গ্ৰহণ কৰিব পৰা যায়। চৰকাৰৰ পৰা আমি সকলো সময়তে হুকুম লব লাগে। ডকাইতক নানা ৰকম কথা, আশ্বাস দিয়া হৈছিল তাৰ ফলত তেওঁলোকে কেৱল নিৰাপত্তাৰ দাবী কৰে। তেওঁলোকক চম্ভলা কষ্ট হৈ পৰে।

"আৰু এটা গুৰুত্বপূৰ্ণ প্ৰশ্ন, সাধাৰণ ভাবে এইবোৰ ব্যৱস্থাক আমোল দিয়া উচিত হব নে নাই। অপৰাধ যিমানেই ভয়ঙ্কৰ হওঁক, বিশেষ সুবিধা দিয়াৰ প্ৰস্তাৱ দিলে যি কোনো অপৰাধীয়েই আত্মসমৰ্পণ কৰিব বিচাৰিব। ডকাইতৰ বেলিকা যি মানুহে অপৰাধ কৰিছে, তেওঁক যদি আত্মসমৰ্পণ কৰোৱা যায়, আৰু পিচত লঘুশাস্তি দিয়া হয়, তেতিয়া পুলিচী



অভিযান চলোৱা সময়ত যি তেজ আৰু ঘাম ওলাই, তাৰ পৰা পুলিচে ৰেহাই পাব। কিন্তু এই ব্যৱস্থা যদিও মানিবক আৰু কঠিন সমস্যাৰ সহজ সমাধান বুলি ভাব হয়, শেষ পৰ্য্যন্ত কিন্তু সেয়া যে নিটিকে এয়াও স্পষ্ট।

"বিশেষ উদ্দেশ্য, কৌশল হিচাবে, নাইবা পুলিচী অভিযানৰ শেষত উদাৰনীতিৰ নিদৰ্শন হিচাবে এই ব্যৱস্থা চলিব পাৰে। অভিযান চলা সময়ত এই নীতিৰ বহুল প্ৰয়োগ হলে ইয়াৰ অপব্যৱহাৰ হব পাৰে। কিয় এই ধৰণৰ আত্মসমৰ্পণ ভিত্তিত গোচৰ চলোৱা কঠিন অথবা মহানু-ভৱতা দেখুৱাৰ ওলোটা ফলও হব পাৰে। আগতে মই দেখুৱাইছো, এনেকি বিনোবাজীকো কৈছো, মাত্ৰ আত্মসমৰ্পনত জোৰ দিয়া ঠিক নহব। সেয়াই মিচনৰ সাফল্য অসাফল্যৰ নিৰিখ নহয়। আমি আৰু ডাঙৰ আশা কৰো। সেইবোৰ অঞ্চলৰ জীৱন, চিন্তাধাৰাত গভীৰ ছাপ পৰক, সেয়া আমি বিচাৰো। আত্মসমৰ্পণৰ পৰিস্থিতি মাত্ৰ তেতিয়াই পাতল হব। এটা দল যেতিয়া শেষ হৈ যাব খোজে, আত্মসমৰ্পণ তেতিয়াই ঘটে। মধ্যপ্ৰদেশত ৰূপা নিহত হোৱাৰ পিচত তেওঁৰ সঙ্গীসকলে যুক্ত প্ৰদেশত কঠিন প্ৰতিৰোধ পাবলৈ ধৰে আৰু নিজৰ মাজতে বিবাদ আৰম্ভ কৰে। সেই সময়ৰ পৰাই লুক্কাৰ দলতো ভাঙোন ধৰিছিল। মধ্যপ্ৰদেশত পৰিস্থিতি যি আছিল সেয়াই আছে। তাৰ পিচত কি ঠিক কি ভুল সেয়া লৈ গোলমাল কৰাৰ কাৰণে পৰিস্থিতি জটিল হৈ উঠিছে।

"ডকাইত সকলক আনন্দিত কৰিবলৈ গৈ বিনোবা মিচনে এই অঞ্চলত ইচ্ছা কৰি আইন শৃঙ্খলাৰ অৱনতি ঘটাইছে এয়া অতি দুখৰ কথা। পুলিচ অপাৰেচনৰ সময় বৃথাই নষ্ট কৰিছে, পুলিচৰ বিৰুদ্ধে বহু বিবৃতি দিয়া হৈছে, তাৰ উপৰি বিনোবা মিচনে পুলিচ বাহিনীৰ মনোবল আঘাত হানিছে। যিসকলে ডকাইতৰ লগত যুদ্ধ কৰিব গৈছিল, তেওঁলোকৰ সাহস আৰু কৰ্তব্য-অনুৰাগক বিনোবা মিচনে অপমান কৰিছে। এসময়ত, তিনি বছৰ আগতে অৱস্থা হাতৰ বাহিৰলৈ যায়। দস্যুদল ভিণ্ড, মোৰেনা, গোৱালিয়ৰ, শিৱপুৰী আৰু দাতিয়া জিলাত ঘুৰি ফুৰে। এনেকুৱা ধ্বংস আৰু ধৰ্ষণ চলাব ধৰে যে সেয়া আগতে দেখা পোৱা নগৈছিল তেতিয়া আমাৰ সাহায্যৰ কাৰণে বাহিৰৰ পৰা কোনো সাহায্য অহা নাছিল। তেতিয়া গুৰ্খা-গাৰোৱালী, মাৰাঠা সৈন্য, পুলিচৰ মানুহ, ভিণ্ড মোৰেনাৰ গাওঁৰ

যুৱক শ্ৰেষ্ঠ পুলিচ কৰ্মচাৰী আৰু সমগ্ৰ ৰাজ্যৰ মানুহে সেই তাণ্ডৱৰ আঘাত বহন কৰে। অৱস্থা অনুকূলে আনিবলৈ পুলিচ আৰু জিলা দুখনৰ অধিবাসী তিনি বছৰ লাগিছিল। এতিয়া, আমি এই কাম শেষ কৰি আনিছো, তেতিয়া আমাক কোৱা হৈছে যে সকলোৰে সাহস আৰু আত্মত্যাগ বৃথা হৈছে। যিসকল পুলিচ কৰ্মচাৰী অন্যসকলক ৰক্ষা কৰিবলৈ গৈ প্ৰাণ দিছিল, তেওঁলোকে ৰাইফল ব্যৱহাৰ কৰিছে। ৰাইফল ব্যৱহাৰ কৰি তেওঁলোকে ডকাইত, সৃষ্টি কৰিছে তেওঁলোক ডকাইতৰ লগত এক সমান। ডকাইত সকলে অন্তৰৰ পৰা অনুভৱ কৰিছে, তেওঁলোকৰ ওপৰত পুলিচে অত্যাচাৰ কৰিছে। এই অঞ্চল আয়ত্তলৈ নানাহেঁতেন, ভাৰতৰ সংযোগ ব্যৱস্থা বিচ্ছিন্ন হলহেঁতেন। ইয়াৰ এখন সৰু বিদ্বেষী ডকাইতৰ ৰাজ্য গঢ়ি উঠিলেহেঁতেন সেয়া বিনোবা মিচনে উপলব্ধি কৰা নাই। যি বি কোৱা হ'ল, তাতে যেন ভাব হয়, বিদ্ৰোহীৰ দুৰাকাঙ্খা আৰু মানুহৰ নিৰাপত্তা প্ৰশ্ন দুটিত পাৰম্পৰিক সঙ্গতি আছে। তাৰ উপৰি অপৰাধীৰ কাৰ্য্যকলাপত মহান উদ্দেশ্য আৰোপ কৰাও জানো ঠিক? এনে অৱস্থাত ৰাজ্যৰ পক্ষে পৰিস্থিতি আৰু কঠিন হৈ নুঠিব জানো?

"বহু বিবৃতি দিয়া হৈছে। পুলিচ অভিযান চলাব খোজা কাৰণে নানা সমালোচনা হৈছে। কিন্তু যিসকলে চম্বলৰ কন্দৰৰ অৱস্থা দেখিছে, কি ভাবে আপ্ৰাণ চেষ্টা কৰি তাত কাম কৰিব লগা হয় তেওঁৱেই বুজিব যে পৰিস্থিতি সুখৰ নহয়। সেই কাম সকলো সময়তে কঠিন আৰু বিপদজনক। তাৰ উপৰি ৰাজ্যৰ অন্য ঠাইৰ পৰা পুলিচবাহিনীয়ে আৱশ্যকীয় সহায় লাভৰ পৰা বঞ্চিত হয়। কাৰণ দুৰ্দ্ধৰ্ষ ডকাইতৰ লগত যুদ্ধ কৰা কাৰণে পুলিচক তাৰ পৰা আঁতৰাই অনা হয়। আনফালে ডকাইত অধ্যুষিত অঞ্চলৰ পৰা পুলিচৰ এটি দল আঁতৰাই আনিলেও প্ৰকাশ্যে হৈ-চৈ আৰম্ভ হয়। কাৰণ পুলিচৰ বিনে জনসাধাৰণৰ নচলে। কোৱা হৈছে, পুলিচেই ডকাইত সৃষ্টি কৰে, কাৰণ তেওঁলোকে আইন বলবৎ কৰে। ধৰা যাওঁক, কোনোবাই খুন কৰিলে। পুলিচ তেতিয়া নদী কন্দৰত তাক বিচা সোমায় আৰু মানুহজন শেষত ডকাইত হৈ যায়গৈ। ইয়াৰ কাৰণে জানো পুলিচ বাহিনীক দোষ দিব পৰা যায়? যিবোৰ বিবৃতি দিয়া হৈছে সেইবোৰৰ আঘাত আমি এৰাই যাম। কিন্তু মৰ্মপীড়াৰ কাৰণ হ'ল



এইবোৰ বিবৃতি দিছে এখন মিচনে। এই মিচনে দাবী কৰে তেওঁলোকৰ পিছত বলিষ্ঠ সমৰ্থন আছে। অথচ মিচনে বুজিব পৰা নাই, আমি মাত্ৰ হুকুম মনাই নহয়। সেই হুকুমৰ পিছত ভাৰত চৰকাৰৰ আইনৰ সমৰ্থন আছে, আৰু আইনৰ জোৰত ৰাজ্য চৰকাৰে আমাৰ সেই হুকুম পালনৰ দায়িত্ব জাপি দিছে।

"এই অঞ্চলত পিতা ভাই খুন হোৱা, মজুত শস্যত জুই দিয়া বা ল'ৰা অপহৰণ কৰা এইবোৰ নিষ্ঠুৰ সত্য। ইয়াত ডকাইতৰ দোষ স্খলন কৰি মহৎ প্ৰতিপন্ন কৰাৰ চেষ্টা, আমাৰ ভাব হয়, ইয়াৰ মানুহৰ মনত কোনো স্থায়ী দাগ ৰাখিব নোৱাৰিব। ডকাইতক যিসকলে সাহায্য কৰিছে, আশ্ৰয় দিছে, এই মিচনে তেওঁলোকক খুব সন্তোষ দিছে এই কথা সঁচা। তেওঁলোকে দাবী কৰে সাহসী আৰু সকলো ভাল পোৱা মানুহকেই তেওঁলোকে সাহায্য কৰিছিল আৰু পুলিচ কৰ্মচাৰী হত্যা পৰিকল্পনাত তেওঁলোকক উৎসাহ দিছিল। অৱশ্যে সাধাৰণ অধিবাসীৰ মাজত এই ঘটনাই বেচ বিভ্ৰান্তি আৰু তিক্ততাৰ সৃষ্টি কৰিছে। ইয়াৰ ফলত এই অঞ্চলত অভিশাপ, প্ৰতিহিংসাবৃত্তি আৰু উৎসাহ পাব পাৰে।

"মোৰ অনুৰোধ, আকৌ যদি অনুৰূপ কোনো মিচনক ক'ৰবাত অপৰাধ দমনত পঠোৱা হয়, তেনেহলে যেন বিশেষ আইন জাৰী কৰা হয়। যাতে সেই মিচনে কাম কৰিব পাৰে। আৰু যিসকলৰ ওপৰত আইন বলবৎ কৰাৰ দায়িত্ব, তেওঁলোকৰ মনৰ পৰাও বিভ্ৰান্তি আৰু সন্দেহ যাতে দূৰ হয়। আইনৰ যি প্ৰয়োজন, মিচনে যি বিচাৰে, দুয়োৰে মধ্যত এক সুস্পষ্ট বিৰোধ আছে। এই ক্ষেত্ৰত মিচনে যি বিচাৰে, সেয়া কোনো পুলিচক কৰিব কোৱা অন্যায়।

"বিনোবাজীৰ নিজস্ব নীতি আছে আৰু আমি সেই নীতিক শ্ৰদ্ধা কৰো। আমি জানো, অকল পুলিচে এই ডকাইতি সমস্যাৰ সমাধান কেতিয়াও কৰিব নোৱাৰে। ইয়াত, বিশেষ যিসকলে উপদ্ৰুত অঞ্চলত সামাজিক, অৰ্থনৈতিক আৰু অপৰাধতাত্ত্বিক সমস্যাৰ ব্যৱস্থা কৰিব পাৰে, তেওঁলোকৰ সহায়ৰ দৰকাৰ। কিন্তু এই অভিশাপে পাঁচখন জিলা সম্বলিত এক অঞ্চলক ছাৰখাৰ কৰিছে। এয়া নিয়ন্ত্ৰণত অনাৰ পিছত, আমি ইমান কঠিন চেষ্টা কৰাৰ পিছত, অৱস্থা আয়ত্তলৈ অনাৰ পিছত, এতিয়া আমাক কৈছে, চৰকাৰ

আৰু আইন অনুমোদিত পথ অনুসৰণ কৰা নহ'ব। কোৱা হৈছে, আইন অনুমোদিত পুলিচৰ কৰ্তব্য কাম কৰি আমি অন্যায় কৰিছো, এয়া খুব বিস্ময়ৰ কথা। তথাপিও আমাৰ বিশ্বাস, আমি ঠিক পথেৰেই সমস্যাটিৰ সমাধানৰ ক্ষেত্ৰত কাম কৰিছো। কিয়নো এই পথ চৰকাৰ, বিধানসভা, সংবাদপত্ৰ, জনমত প্ৰকাশৰ সকলো মাধ্যম আৰু ৰাজ্যৰ অধিবাসীৰ সম্পূৰ্ণ সমৰ্থন আছে।"

# ॥ পৰিশিষ্ট ॥

## (২)

[তেতিয়াৰ মধ্যভাৰতৰ চৰকাৰ সংগঠিত ভিণ্ড্-মোৰেণা অপ-ৰাধ পৰিস্থিতি তদন্ত কমিটিৰ বিৱৰণীৰ নিৰ্বাচিত অংশাৱলী]

তলত উল্লেখ কৰা বিষয়বিলাকৰ তদন্তৰ কাৰণে ২৩।৭।১৯৫২ তাৰিখে কমিটি সংগঠিত হয়:—

(১) ভিণ্ড আৰু মোৰেণা জিলা আৰু গোৱালিয়ৰ আৰু শিৱপুৰী জিলাৰ কোন কোন অঞ্চলত অপৰাধ পৰিস্থিতিৰ মূল কাৰণ অনুসন্ধান।

(২) অৱস্থা উন্নয়নত চৰকাৰী প্ৰচেষ্টা সম্পূৰ্ণ সফল নোহোৱাৰ মূল কাৰণ বিচাৰি উলিওৱা।

(৩) জনসাধাৰণ আৰু চৰকাৰে ভবিষ্যতে কি ভাবে এই সমস্যাৰ সমাধান কৰিব পাৰে, সেই কথা চৰকাৰক কোৱা।

২০।৮।১৯৫৩ তাৰিখত কমিটিয়ে তলত উল্লেখ কৰা কথাবোৰ কয়:—

(১) "পুনৰ অত্যুক্তি কৰা নহয়," এই প্ৰতিশ্ৰুতি দি দস্যু অনুগামী সকলক, আৰু ভয়ত যিসকল লুকাই আছে অথচ যিসকলৰ বিৰুদ্ধে কোনো প্ৰমাণ নাই তেওঁলোকক আঁতৰাই আনিব পৰা যাব।

(২) সকলো চৰকাৰী বিভাগৰ মাজত সমন্বয় সাধনৰ কাৰণে প্ৰয়োজনীয় সকলো ক্ষমতা দি, সম্পূৰ্ণ আদেশাধিকাৰী এক আঞ্চলিক কৰ্তৃত্ব স্থাপন কৰিব পৰা যাব। স্থানীয় মানুহৰ সম্পূৰ্ণ সমৰ্থন পোৱাৰ যোগ্য তেওঁ কৰ্তৃত্বক হব পাৰে।

(৩) আঞ্চলিক কৰ্তৃত্বৰ আদেশাধীনত এক বৃহৎ কাৰ্য্যকৰী বাহিনী থকা প্ৰয়োজন।

(৪) মধ্যভাৰতৰ ভিতৰত, ভিণ্ড-মোৰেণা সমস্যাটিক কমিচনাৰ আৰু ডি, আই, জি'ৰ বিশেষ দায়িত্ব হিচাবে অৰ্পণ কৰিব পৰা যাব পাৰে। এইবোৰ জিলাত যি কৰ্মচাৰীক প্ৰয়োগ কৰা হব, তেওঁলোকক পুঙ্খানুপুঙ্খ বিচাৰ কৰাৰ অধিকাৰ তেওঁলোকক দিয়া উচিত হব।

(৫) ৰাজ্যৰ যি অংশ অন্য ৰাজ্যৰ দ্বাৰা পৰিবেষ্টিত, সেইবিলাক হস্তান্তৰৰ কাৰণে কেন্দ্ৰীয় চৰকাৰক জনাব পাৰে।

(৬) পুলিচৰ চাব-ইনচপেক্টৰৰ দৰমহা আৰু শিক্ষানবিশ ব্যৱস্থাৰ সংশোধন কৰা দৰকাৰ। ইয়াৰ লগত ঘোঁৰা ৰখাৰ খৰচো ধৰিব লাগিব।

(৭) যিসকল চৰকাৰী অফিচাৰ আৰু বেচৰকাৰী মানুহে আইন শৃঙ্খলা বাহিনীক সাহায্য কৰিবলৈ গৈ ক্ষতিগ্ৰস্ত হব, তেওঁলোকৰ ওপৰত নিৰ্ভৰশীল ব্যক্তিসকলৰ সোনকালে যথেষ্ট অৰ্থসাহায্য দিব লাগিব।

(৮) কোনো সংঘৰ্ষ ব্যৰ্থ হ'লে, ঘটনাৰ পিচত ব্যৰ্থতাৰ কাৰ্য্য কাৰণ ভালকৈ আলোচনা কৰি ভবিষ্যতলৈ শিক্ষা লব লাগিব।

(৯) ভ্ৰান্ত পুলিচ কৰ্মচাৰীসকলৰ বিৰুদ্ধে সত্য অভিযোগবিলাকৰ বিষয়ে দ্ৰুত, কাৰ্য্যকৰী তদন্ত কৰা উচিত হব।

(১০) জামিনত অধিকাৰৰ অপব্যৱহাৰ বন্ধ কৰাৰ কাৰণে চৰকাৰে উচ্চ-আদালতৰ পৰামৰ্শ বিচাৰিব পাৰে।

(১১) বাহিৰত যিসকলক দেখিলে সন্মানীয় বুলি ভাব হয় এনেকুৱা মানুহৰ অপৰাধীক আশ্ৰয় দিলে তেওঁলোকৰ নিৰাপত্তা অৱৰোধ আৰু বহিষ্কাৰ কৰাৰ কাৰণে কৰ্তৃপক্ষক প্ৰয়োজনীয় ক্ষমতা দিয়া উচিত।

(১২) অপৰাধীৰ অস্ত্ৰ আৰু গুলিবাৰুদ যোগানৰ উৎসবিলাক বিচাৰি উলিওৱা উচিত।

(১৩) লাহে লাহে বন্দুকৰ লাইচেন্স কমাই অনা উচিত।

(১৪) সংযোগ ব্যৱস্থা আৰু সাধাৰণ শাসন ব্যৱস্থাৰ উন্নতি কৰা উচিত।

(১৫) সদস্যসকলৰ বিষয়ে যথাযুক্ত খবৰ লৈ অপৰাধ নিবাৰক পঞ্চায়ত গঠন হব। কিন্তু তেওঁলোকে স্থানীয় সংগঠন বিলাকত মিলি থাকিব লাগিব।

(১৬) শুল্ক-বাধা বিলোপ ত্বৰান্বিত কৰিব লাগিব।

(১৭) মানুহৰ মনক নতুন শিক্ষা দি শিক্ষিত কৰাৰ কাৰণে সমবেত প্ৰচেষ্টা চলোৱা উচিত।

(১৮) এই অঞ্চলত এতিয়া আৰু পিচত স্থায়ী, ফলপ্ৰদ উপকাৰ সাধিত হব এনেকুৱা উন্নয়নী প্ৰকল্প প্ৰয়োজন। যেনে:—

(ক) হ্ৰস্ব মিয়াদী নদী পৰিকল্পনা, যেনে নাদ, বন্ধোৱা নদ ইত্যাদি।

(খ) এটা ভূমি-সংৰক্ষণ ইউনিট স্থাপন।

(গ) সেনাবিভাগৰ মাটি গুচোৱাৰ যন্ত্ৰৰ সহায়ত পতিত মাটি পুনৰ উদ্ধাৰ।



(ঘ) গাৱঁৰ কাৰণে অন্যান্য কাম যেনে পথ, বান্ধ ইত্যাদি নিৰ্মাণ।

(ঙ) কুটিৰ শিল্প স্থাপন।

(চ) পশুছাল কামত লগোৱাৰ ব্যৱস্থা।

(ছ) অৰণ্য বঢ়োৱা।

## ॥ কমিটিৰ সদস্য শ্ৰীৰামচন্দ্ৰ শৰ্মাৰ অভিমত:

১। ডকাইতৰ আত্মীয় অথবা তেওঁলোকৰ প্ৰতি সংবেদনশীল পুলিচ কৰ্মচাৰী আৰু কনিষ্টবলক এটা অঞ্চলৰ পৰা অপসাৰিত কৰা উচিত।

২। পুলিচৰ মনোবল উন্নত কৰা আৰু পুলিচ বাহিনীত কৰ্ম দক্ষতা অনা উচিত। চৰকাৰৰ ভিণ্ড আৰু মোৰেণা জিলাৰ সৎ, পৰিশ্ৰমী আৰু বুদ্ধিমান পুলিচ কৰ্মচাৰীক পঠোৱা উচিত।

৩। সকলো মানুহৰ ধাৰণা, ডকাইতৰ তুলনাত পুলিচ বাহিনী শৃঙ্খলা, একতা আৰু পাৰস্পৰিক সহযোগিতাৰ ক্ষেত্ৰত নিকৃষ্ট। এই ধাৰণা অপসাৰিত কৰা উচিত।

৪। যলৈকে জীপ নাইবা অন্য যানবাহন যাব নোৱাৰে, চম্বল আৰু কুঁৱাৰী নদীৰ সেই কন্দৰ বিলাক হ'ল ডকাইতৰ লুকোৱা আশ্ৰয়। যানবাহন চলাচলৰ কাৰণে ৰাস্তা নিৰ্মাণ আৰু নদী কন্দৰত কাম কৰাৰ কাৰণে পুলিচ বাহিনীৰ বিশেষ প্ৰশিক্ষণ প্ৰয়োজন।

৫। যোগ্যভাবে সুসজ্জিত এক শক্তিশালী বাহিনী নীৰৱে দস্যুসকলৰ পিচত থকা উচিত।

৬। ডকাইতৰ যিসকল আত্মীয় প্ৰভাৱশালী, আৰু যিসকলৰ লগত ডকাইতৰ সম্পৰ্ক ভাল, তেওঁলোকক এই পিচত থকা পুলিচ বাহিনীৰ লগত থকা উচিত।

প্ৰয়োজন হলে এই বিষয়ে আইন-প্ৰণয়ণ কৰিব লাগিব।

৭। অত্যন্ত নিষ্ঠুৰতা বন্ধ কৰাৰ কাৰণে উচ্চ পদস্থ পুলিচ কৰ্মচাৰীসকলে ডকাইতৰ মনত শুভবুদ্ধি সঞ্চয়ৰ পন্থা উপায় নিৰ্বাচন কৰিব। তথাকথিত কিছুমান ডকাইতে নিৰ্দ্দোষ মানুহক হত্যা আৰু নিৰ্য্যাতনক ঘৃণা কৰে।

তলত উল্লেখ কৰা মন্তব্যবিলাক চৰকাৰে মোটামুটি ভাবে গ্ৰহণ কৰা হয় আৰু প্ৰত্যেকটোৰ ওপৰত উপযুক্ত নিৰ্দ্দেশ জাৰী কৰা হয়—

প্ৰশাসনিক ব্যৱস্থাৰ ক্ষেত্ৰত সাধ্যমত শ্ৰেষ্ঠ অস্ত্ৰ-শস্ত্ৰ সুসজ্জিত এক উপযুক্ত কৰ্মচাৰী বাহিনীক অধ্যুষিত অঞ্চলত নিয়োগ কৰা হৈছে।

সাময়িক ব্যৱস্থা হিচাবে দুইখন জিলাত এক স্বতন্ত্ৰ পুলিচ ডি, আই, জি'ৰ অধীনত এক বিশেষ পুলিচ প্ৰশাসন সৃষ্টি কৰা হৈছে। পুনৰ কোনো আঞ্চলিক কৰ্তৃত্বৰ দৰকাৰ নহব।

ভাৰত চৰকাৰৰ পৰা উন্নততৰ অধিক কাৰ্য্যকৰী অস্ত্ৰ-শস্ত্ৰ লৈ এই জিলাৰ কৰ্মৰত কৰ্মচাৰীক দিয়া হৈছে।

পুলিচৰ সংখ্যা যথেষ্ট বঢ়োৱা হৈছে আৰু এই জিলাবিলাকত যথাসম্ভৱ শ্ৰেষ্ঠ ব্যক্তিক নিয়োগ কৰাৰ যথাসাধ্য চেষ্টা কৰা হৈছে।

দস্যুদলৰ বিৰুদ্ধে কাৰ্য্যকালত অসুস্থ আৰু আহত পুলিচ বিভাগীয় কৰ্মচাৰীৰ ওপৰত নিৰ্ভৰশীল ব্যক্তিৰ ওপৰত থৰথৰকৈ যথেষ্ট অৰ্থ সাহায্য মঞ্জুৰীৰ কাৰণে খুব উদাৰতাৰ লগত নিয়মাৱলী ৰচিত আৰু কাৰ্য্যকৰী কৰা হৈছে।

আগ্নেয়াস্ত্ৰ-নিয়ন্ত্ৰণ কাৰ্য্যকৰী কৰাৰ কাৰণে কাম আৰম্ভ হৈছে।

অপৰাধ নিবাৰক পঞ্চায়ত গঠন কৰা হৈছে।

কমিটিৰ চুপাৰিচমতে অন্য প্ৰশাসনিক ব্যৱস্থা বিলাকৰ গুৰুত্ব চৰকাৰে স্বীকাৰ কৰে। যিহেতু দীৰ্ঘমিয়াদী পৰিকল্পনাৰ প্ৰয়োজন, সেইকাৰণে চৰকাৰে সম্ভাব্য প্ৰস্তাববিলাক পৰীক্ষা কৰাৰ কাৰণে সংশ্লিষ্ট বিভাগ বিলাকৰ ওপৰত আদেশ জাৰী কৰিছে।

কমিটিৰ কেইটিমান চুপাৰিচৰ বিষয়ে চৰকাৰী সিদ্ধান্ত :—

(১) অধস্তন পুলিচ কৰ্মচাৰী শ্ৰেণীৰ দৰমহা সংশোধনৰ প্ৰশ্নটি সামগ্ৰিক দৰমহা হাৰ সংশোধনৰ বৃহত্তৰ প্ৰশ্নৰ লগত জড়িত আৰু সেয়া বেলেগে চাব পৰা নাযায়।

(২) আইন শৃঙ্খলা বাহিনীক সাহায্য কৰিবলৈ গৈ ক্ষতিগ্ৰস্ত বেচৰকাৰী ব্যক্তিৰ ওপৰত নিৰ্ভৰশীল ব্যক্তিক সাহায্য দিয়াৰ প্ৰশ্নটি ভাবি চাব লাগিব।

(৩) দস্যু উপদ্ৰুত অঞ্চলত যোগাযোগ ব্যৱস্থা উন্নতিৰ কাৰণে সম্ভাব্য ব্যয় হিচাব প্ৰস্তুত কৰাৰ কাৰণে সোনকালে ব্যৱস্থা লোৱা হব।

(৪) গাওঁ অঞ্চলত সামাজিক বিভেদ দূৰ কৰাৰ কাৰণে সকলো দল এক হৈ চেষ্টা কৰা উচিত, কমিটিৰ এই চুপাৰিচক চৰকাৰে প্ৰভূত গুৰুত্ব দিয়ে। তখতমল জৈন কমিটি ইতিমধ্যে গঠিত হৈছে।

(৫) ফেডাৰেচন ফিনান্‌চিয়াল ইন্টিগ্ৰেচনৰ সহায়ত বিলোপ শীঘ্ৰেই কাৰ্য্যকৰী হোৱাৰ সম্ভাৱনা আছে। সেইকাৰণে এতিয়া এই প্ৰশ্ন বিবেচনা কৰাৰ দৰকাৰ নাই।

(৬) কমিটিৰ চুপাৰিচ মতে উন্নয়ন প্ৰকল্পবিলাক হাতত লোৱাৰ সম্ভাৱনা বিচাৰ কৰি চাব লাগিব।



**শ্ৰীৰামকৃষ্ণ দীক্ষিতক চেয়াৰমেন কৰি আঠজন সদস্যৰ এক কমিটি ২৩।৭।৫২ তাৰিখত গঠিত হয়। সেই সময়ত কমিটিয়ে এই মতামত প্ৰকাশ কৰে ঃ**

সমস্যা—অন্যান্য অঞ্চলৰ তুলনাত ভিণ্ড আৰু মোৰেণা জিলা, সৰু সৰু খেতি আৰু মাটিৰ ওপৰত জনবসতিৰ গুৰুচাপ সম্বলিত এক ঘন বসতি এলেকা। খেতি-বাতিৰ ৰীতি এনেকুৱা উন্নত নহয় যে, যি ইমান বৃহৎ জনসংখ্যাৰ জীৱন যাত্ৰাৰ মানত স্বচ্ছলতা আহিব পাৰে। প্ৰধানতঃ হৰিজন ৰাজপুত আৰু ব্ৰাহ্মণসকলক লৈ জনসংখ্যা গঠিত। মধ্য ভাৰতৰ এই পশ্চাদপদ অঞ্চলত প্ৰাচীন সংস্কাৰ আৰু মানমৰ্য্যাদা সম্পৰ্কে প্ৰাচীন ধাৰণা আজিও জীয়াই আছে। অতীত কালৰ পৰা মানুহে মনে মনে এই জিলা বিলাক প্ৰসঙ্গত এক ৰবীনহুডীয় ঐতিহায্য পালন কৰে। সকলো অপৰাধৰ পৰিণামত, প্ৰতি হাজাৰ মাজত অপৰাধৰ পৰিমাণ, চোৰাই মালৰ দাম, এইবিলাক বিচাৰ কৰিলে দেখা যাব, মধ্য ভাৰতৰ অন্য বহু জিলা শান্তিপূৰ্ণ বুলি পৰিচিত হলেও, অপৰাধ পৰিসংখ্যাত সেইবোৰ ঠাই ভিণ্ড আৰু মোৰেণাৰ বহু ওপৰত।

অপৰাধী উপজাতি বিলাক সিমান সক্ৰিয় নহয়। ভিণ্ড আৰু মোৰেণাত ডকাইতিত কোনো জাতিৰ একচেতীয়া অধিকাৰ নাই। এই ডকাইতিৰ ইতিহাসত তথাকথিত তলৰ জাতিৰ তৰুণ সকলোৱে গুৰুত্বপূৰ্ণ ভূমিকাত অভিনয় কৰিছে। আকৌ লক্ষ্যণীয় হ'ল তথাকথিত উচ্চ জাতিয়েও উদাৰভাৱে দস্যুদলৰ সভ্য সংখ্যা বঢ়াই গৈছে। ভাব হয় এই অঞ্চলত, নদীকন্দৰত বসবাস আৰম্ভ কৰা প্ৰায় এক এক বিধিসন্মত, অনুমোদিত জীৱিকাৰ দৰে। ফেৰাৰীৰ সংখ্যা প্ৰচুৰ। মেজাজ হঠাতে গৰম হয়। ব্যক্তিগত প্ৰতিহিংসাৰ কাৰণে খুন কৰা এই খেলাৰ নিয়মাৱলীৰ এক অংশ, তাৰ লগত পাপবোধৰ কোনো সম্পৰ্ক নাই। অৱশ্যে আইনৰ হাত এৰাবৰ কাৰণে খুনীয়ে ভৰণ-পোষণৰ কাৰণে পুনৰ বাধ্য হৈ অপৰাধ জীৱন যাপন কৰে। নিয়ম হ'ল, গুপ্তচৰক খুন কৰিবই লাগিব। এয়া তেওঁলোকৰ কাৰ্য্যৰ পুৰস্কাৰ। যিসকলে মনে মনে পুলিচক সাহায্য কৰাৰ কথা চিন্তা কৰে, তেওঁলোকেও এয়া দেখি শিক্ষা পাব। জেলৰ শাস্তিৰ শেষ, অথবা আদালত খালাচ, চৰকাৰ পক্ষৰ সাক্ষীসকলৰ ওপৰত প্ৰতিশোধ লোৱাৰ চিন্তা কৰে। ফেৰাৰীসকলৰ আত্মীয়সকলে তেওঁৰ অৱস্থাক দুৰ্ভাগ্যজনক বুলি ভাবিব পাৰে,

কিন্তু লজ্জাজনক বুলি নাভাবে। মুক্তিপণ আদায়ৰ কাৰণে অপহৰণৰ দ্বাৰা দুটা উদ্দেশ্য সাধিত হয়—প্ৰতিশোধ লাভ আৰু প্ৰভূত অৰ্থপ্ৰাপ্তি। যদি এজনক অপহৰণ কৰি টকা পোৱা যায় তেনেহলে অন্য অপৰাধ কৰি অধিকাংশ মানুহৰ সহানুভূতি হেৰোৱা যায় কিয়। এনে কি, দয়াধৰ্মৰ কাম কৰি মানুহৰ সহানুভূতি জগাই জনপ্ৰিয় হোৱাৰ চেষ্টাও কৰা যায়।

সামাজিক আৰু অৰ্থনৈতিক পৰিৱৰ্তনৰ ফলত সমাজত নতুন মনোভাবৰ জন্ম লৈছে। অপৰাধীৰ প্ৰতি সহানুভূতি আৰু পুলিচৰ প্ৰতি বিদ্বেষ সেই মনোভাবৰ ওপৰত অতিৰিক্ত সমৰ্থন পায়।

এতিয়ালৈ দেখা পোৱা নাই এনে নতুন কথা হ'ল হৰিজনৰ বিৰুদ্ধে সমবেত হিংসানীতি। মিছাকৈ কোৱা হয় চান্দা তোলা। এই সমস্যাৰ সঠিক হিচাব কৰিব পৰা নাযায়, কাৰণ হৰিজনে পুলিচত খবৰ দিয়া, নাইবা টকা দিয়াৰ কথা খোলাখুলি স্বীকাৰ কৰাতকৈ শাস্তিৰ কাৰণে গোপন ভাবে টকা দিয়া ভাল বুলি ভাবে।

মানসিঙৰ কথা এই অঞ্চলৰ বিশিষ্ট সমস্যাবিলাকৰ উদাহৰণ স্বৰূপ। জনা গৈছে তেওঁৰ চৰিত্ৰত কোনো দোষ নাই। কেনেকৈ মানসিঙে সৎ কাৰ্য্যত সাহস কৰে; অকল অনুসৰণ কৰিলেই পুলিচ আৰু গুপ্তচৰক খুন কৰে; যিসকলৰ বেচি টকা আছে তেনে কেইজনকে অপহৰণ কৰে; ব্ৰাহ্মণসকলক সন্মান কৰে, মাজে মাজে স্কুলঘৰ আদি বনোৱা ধৰণৰ সদ্ ইচ্ছাক জমিদাৰক টকা দিবলৈ বাধ্য কৰে। মানসিঙ সম্বন্ধে এইবোৰ গল্প গোপনে সপ্ৰশংস কণ্ঠেৰে কয়। কেনেকৈ কুশল পন্থাৰে হীন অপৰাধৰ প্ৰতি স্বাভাৱিক ঘৃণাক আঁতৰাই পেলোৱা যায় মানসিঙেই তাৰ প্ৰমাণ। কমিটিৰ মতে অপৰাধৰ প্ৰাবল্য আৰু অপৰাধৰ প্ৰতি জনসাধাৰণৰ মনোভাব দুটিয়েই সমান গুৰুত্বপূৰ্ণ। হয়তো শেষৰটিৰ গুৰুত্ব বেছি।

অন্য ডকাইতে কোনোমতেই মানসিঙৰ সমান সন্মান নাপায়। এনেকি কেইজনমানক ঘৃণা আৰু ভয় কৰা হয়। তথাপি প্ৰধানত কেইটিমান সক্ৰিয় দস্যুদলৰ উপস্থিতি আৰু অপৰাধ বিষয়ে সমাজৰ এক বিশেষ মনোভাব এই অঞ্চলৰ অপৰাধৰ লক্ষ্যণীয় দিশ। সামন্ততন্ত্ৰ বিলোপ কৰাত এই মনোভাব বিশেষ কঠোৰ হৈ উঠিছে। এতিয়া সেয়াই আত্মপ্ৰকাশৰ নতুন পথ বিচাৰিছে যেনে, আপত্তিকৰ সামাজিক পৰিৱৰ্তনৰ বিৰুদ্ধে প্ৰতিবাদৰ কাৰণে বিৰোধিতা। যিসকল যুগ যুগ ধৰি নিপীড়িত হৈছে এতিয়া মূৰ দাঙিবৰ চেষ্টা কৰিছে,



তেওঁলোকৰ বিৰুদ্ধে হিংসানীতি, মুক্তিপণৰ কাৰণে সিহঁতৰ অপহৰণ ইয়াতে নিশ্চয় প্ৰত্যেক সজচিন্তাশীল মানুহৰ বিবেকত ঘা লাগিব।

এই জিলাবিলাকৰ এক বিশেষত্ব হ'ল এইবিলাক এক নদীকন্দৰময় কেইটিমান ৰাজ্য সীমা পৰস্পৰৰ লগত যুক্ত হৈছে। ফলত প্ৰত্যেক ৰাজ্য মাত্ৰ স্বৰাজ্যৰ ডকাইতৰ মীমাংসা হৈছে, ঘটনা সিমান সহজ নহয়। এখন ৰাজ্যৰ ডকাইতে প্ৰায়ে য'ত তেওঁলোকৰ আত্মীয় আছে, অথবা য'ত আশ্ৰয় লোৱাৰ সুবিধা, তেনেকুৱা আন ৰাজ্যত শৰণ লৈছে। সেইকাৰণে, এই সমস্যা, আন্তঃৰাজ্য সহযোগিতাৰ গুৰুত্বপূৰ্ণ প্ৰশ্ন উত্থাপন কৰে। বৃহৎ সংখ্যক সশস্ত্ৰ মৰিয়া দস্যুদল হাতৰ ওচৰত থাকে, আদালত বা অন্যত্ৰ বিবাদমান দলবিলাকক চাপ দিবৰ সুবিধা পায়, এনেকুৱা অভিযোগ কৰা হৈছে।

**কাৰণ :** যি গৰ্বিত জাতি এসময়ত শাসক আছিল, আজি সেই জাতি হাৰ মানিব নোখোজে বুলিয়ে, তেওঁলোকৰ মহিমাচ্যুতিৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ অপৰাধীৰ পথ লৈছে, এনেকুৱা হব পাৰে। অতীতৰ যুদ্ধ-বিগ্ৰহ আৰু লুণ্ঠনৰ সলনি বৰ্তমান ব্যক্তিগত প্ৰতিহিংসা আৰু লুটপাত চলিব পাৰে। এইকালৰ পৰা এই অঞ্চলক মাজে মাজে উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ লগত তুলনা কৰা হয়। কিন্তু তাৰ শুকান উচ্চভূমিৰ লগত ইয়াৰ পৰিস্থিতি বহু বেলেগ। কোনো কোনো কথাত, যেনে ব্যক্তিগত প্ৰতিহিংসাৰ ঐতিহ্যৰ মিল আছে। নদীকন্দৰত লুকাব পৰা যায়, তাৰ লগত সংযোগ ৰখাও কঠিন। বিভিন্ন ৰাজ্যৰ প্ৰশাসনিক কামৰ অধিকাৰ ক্ষেত্ৰত বিভিন্ন। ফলত পুলিচী কামত তেনেকুৱা ফল লাভ নহয়। সেয়া দুৰ্বল হৈ পৰে।

প্ৰধান কাৰণ হিচাবে ক'ব পৰা যায়, অঞ্চলৰ অৰ্থনীতিক সঙ্গতিত মানুহৰ ভৰণ-পোষণ নহয়। খেতি পথাৰ সৰু। জলসিঞ্চন খুবেই কম আৰু কোনো সম্পূৰক শিল্প নাই। কিন্তু দাৰিদ্ৰ্যই সমস্ত দেশৰ অভিশাপ, অকল ভিণ্ড আৰু মোৰেণাৰ নহয়। প্ৰথাত ডকাইতসকল সকলো সময়ত দৰিদ্ৰ শ্ৰেণীৰ পৰা নাহে। তেওঁলোকে যে দাৰিদ্ৰ্যৰ কাৰণেই অপৰাধ জীৱন গ্ৰহণত বাধ্য হৈছে, ইতিহাসে সেই কথা নকয়। সমগ্ৰ ৰাজ্যত জলসিঞ্চন ব্যৱস্থাৰ অতি সামান্য উন্নতি হৈছে, ভিণ্ডত সেয়া আৰু প্ৰকট। কিন্তু সেই তুলনাত জলসিঞ্চন অঞ্চলত অপৰাধ প্ৰৱণতা কম দেখা নাযায়। সেইকাৰণে আমাৰ ভাব হয় এই অঞ্চলত অপৰাধৰ একমাত্ৰ অথবা প্ৰধান কাৰণ অৰ্থনৈতিক সমস্যা নহয়। অৱশ্যে ইয়াত মূৰ সহজতে গৰম হয়। যিবোৰ এডভেঞ্চাৰ

